# ন্যায়াধীশ ডম্বৰুধৰ পাঠক

অমৰজ্যোতি বৰুৱা



পৰিবেশক

লয়াৰ্ছ বুকষ্টল

পাণপজাৰ ঃ গুৱাহাটী

*Justice Dambarudhar Pathak  A biography written by Amarjyoti Baruah, published by Mrs. Monomoti Pathak, Rehabari, Guwahati 8*

---

প্ৰকাশক:

শ্ৰীমতী মনোমতী পাঠক

প্ৰথম প্ৰকাশ:

জুন, ২০০১ ইং

দাম: ৬৫.০০ টকা মাত্ৰ

বেটুপাত:

সীমান্তজ্যোতি বৰুৱা

ডি.টি.পি:

পূৰ্বদেশ মুদ্ৰণ

ছপা:

শিল্পী প্ৰিণ্টাৰ্চ

ৰিহাবাৰী, গুৱাহাটী-৮

উত্তৰ-পূৰ্ব্ব ভাৰতৰ প্ৰথম পৰাকী

মুখ্য ন্যায়াধীশ আৰু সাহিত্যিক

স্বৰ্গীয় হলীৰাম ডেকাদেৱৰ

জন্ম শতবাৰ্ষিক উপলক্ষে

পুথিখন অৰ্পণ কৰা হ'ল।

নিৰুপমা



# সূচীপত্ৰ

# পৰিশিষ্ট

A By way of preliminary remarks by Justice D. Pathak as Chairman spoke for the topic ``Problems of court structure and procedure`` in the third International conference of Appellate Judges.

B A brief glimpse on early Assamese and Oriya Literature –by D.Pathak; a few words towards Translator s'Vindication of his art.

C Towards Translator`s Vindication of his Art-Prof. P.Asitkumar.

D Review of the book esurrection by D.Pathak from Assamese-by A.Russell.

E. Message by Sri Bijan Ray, Senior Govt. Advocate, Govt. of Orissa on the 26th Feb.

F. Presidential address at a meeting as a part of the inauguration of the Namghar at Loknath Road, Puri on 08-04-1998.

G. Certificate of freedom fighter –By the President, Assam Rajyik Mukti-jujaru Sanmilan, Guwahati

H. সহায় লোৱা গ্ৰন্থসমূহ।

I বংশ পৰিচিতি।

# গ্ৰন্থকাৰৰ নিবেদন

সময় ঊনৈশ শ আঠান্নবৈ খ্ৰীষ্টাব্দৰ শেষ মাহৰ প্ৰথম পষেক। দেশৰ স্বাধীনতা উৎসৱৰ স্বৰ্ণ জয়ন্তীৰ সামৰণি অনুষ্ঠানবোৰ চহৰে-নগৰে চলি আছে। সেই অনুষ্ঠানৰ সৈতে ৰজিতা ৰাখি গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই 'এই মাহৰ অতিথি' শিতানত বছৰটোৰ পহিলা দিনা ন্যায়াধীশ ডম্বৰুধৰ পাঠকক আমন্ত্ৰণ জনালে। সেইবাবে তেখেতে ইংৰাজীতে লিখা টোকা এটিৰ অসমীয়া প্ৰতিলিপি আমাক লিখি দিবলৈ অনুৰোধ জনালে। তেখেতৰ বিশাল ব্যক্তিত্বৰ বিষয়ে কিছু জানিছিলো যদিও সেই লিখনিখিনিৰ পৰা আৰু বহুত কথাৰ সন্ভেদ পোৱাত তেওঁৰ বিষয়ে এখন জীৱনী লিখিবলৈ পৰম আগ্ৰহ জন্মিল।

বৈষ্ণৱ-সংস্কৃতিৰ মহান সৰোবৰত জন্ম লাভ কৰা ডম্বৰুধৰ পাঠকে সময়খিনি পাৰ কৰি কিছু দিন জিৰালেহি 'বৰপাটত'। দেশ মাতৃৰ পৰাধীনতাৰ শিকলি ছিঙিবলৈ বন্দুক, ৰাইফলৰ প্ৰশিক্ষণ লৈ অস্ত্ৰাগাৰ লুট কৰি স্বৰাজ আন্দোলনত জপিয়াই কাৰাৰুদ্ধ হ'ল। কাৰাগাৰৰ পৰা মুক্তি লভি অজ্ঞাতবাস কৰিলে গৈ কেৰেলা ৰাজ্যৰ ত্ৰিবান্দ্ৰমত। সেই ঠাইৰ ভাষা আয়ত্ব কৰি অধ্যয়ণৰ লগতে ব্যৱসায়তো সফল হৈ নিজৰ ভৰিত নিজে থিয় দিলে। ৰজাঘৰীয়া জলপানীলৈ আশা নকৰি সাত-সাগৰ তেৰ নৈ পাৰ হৈ ব্যাৰিষ্টাৰী আৰু এল, এস, এম পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হল।বহীৰ পাতত তেওঁই লিখি থৈছে- "এড্'ভাৰচিটি এণ্ড প্ৰাইভেচন্ আৰ দ্যা ক্যাইনেটিক্ ফৰ্চ টু এচিভ্ প্ৰচ্পাৰিটি এণ্ড চাকছেচ্।" উক্ত কথাফাঁকিয়েই যেন তেওঁৰ জীৱনৰ চালিকা শক্তি হৈ পৰিছে !

পুথিখনত আমি অসমীয়া নিচুকনি গীত, বৰশী বোৱা গীত, মহোহো উৎসৱত গোৱা গীত, নাও খেলৰ গীত, হোলী খেলৰ গীত, বিয়া নাম আদি লোকগীত, লোক-কথা আৰু ঠাই বিশেষে কথিত ভাষাও নিভাঁজকৈ প্ৰয়োগ কৰাৰ চেষ্টাও কৰিছো।

ডম্বৰুধৰ পাঠক একেধাৰে এগৰাকী স্কাউট্, মুক্তি-যোদ্ধা, ব্যৱসায়ী, অধিবক্তা, শিক্ষক, ন্যায়াধীশ, আইনজ্ঞ, কবি, গীতিকাৰ, প্ৰৱন্ধকাৰ, বৈষ্ণৱ সংস্কৃতিৰ সাধক, দায়িত্বশীল নাগৰিক।

সেইবাবেই লণ্ডন বিশ্ব-বিদ্যালয়ৰ অৰিয়েন্টেল ল'ৰ ৰিডাৰ ড° জে. ডি. এম. ডেৰেটিয়ে লিখিছে ''......। ডম্বৰুধৰ পাঠকৰ সকলোবোৰ গুণ যদি একে লগ কৰি দিয়া হয় তেন্তে এদিন তেওঁ দেশৰ বাবে ভাল সেৱা আগবঢ়াব পাৰিব ............।''

তেনে অভিজ্ঞতাপুষ্ট এগৰাকী ব্যক্তিৰ জীৱনক লৈ জীৱনী লিখাতো প্ৰকৃততে দুৰূহ কাম। কিন্তু, এইকাম মাথো ডেৰ বছৰ কালতে সম্ভৱ কৰিব পৰা হৈছে- হোজাৰ হোজাৰ পৃষ্ঠাত নিয়াৰিকৈ ইংৰাজীতে লিখি থোৱা তেখেতৰ দিনপঞ্জী, কেতবোৰ টোকা, চিঠিৰ টোপোলা, তেওঁৰ প্ৰসৰ স্মৃতিশক্তি আৰু ঘন্টাৰ পিছত ঘন্টা সাক্ষাতকাৰ দিব পৰা ক্ষমতাৰ বাবে ।

যোৱা শতিকাৰ নবৈৰ দশকত উৰিষ্যা ৰাজ্যৰ কটক চহৰত মুখ্য ন্যায়াধীশৰ বাসভৱন 'কিল্লা-ফোর্ট'ত কেইসপ্তাহমান থাকি উৰিষ্যা ৰাজ্যৰ বহুতো মঠ-মন্দিৰ,দুই-চাৰিখন গাঁও চহৰ আৰু সেই ৰাজ্যৰ বাসিন্দাসকলক লগ পোৱাৰ সুযোগ পাইছিলো। ক্ষেত্ৰ বিশেষে অন্যান্য ব্যক্তিসকলকো লগ পোৱাৰ সুযোগ ঘটিছিল। আঠানবৈৰ খৃষ্টাব্দৰ নৱেম্বৰ মাহত কটক নিৱাসী আৰু তেখেতৰ সহপাঠী প্ৰখ্যাত ব্যাৰিষ্টাৰ বিজয় কুমাৰ বেহুৰাদেৱ গুৱাহাটীৰ চেনিকুঠীৰ আমাৰ গৃহত এসপ্তাহ থকাৰ সময়ত বিলাত আৰু উৰিষ্যা ৰাজ্যৰ বহুখিনি কথা তেওঁৰ পৰা জানিব পাৰিছো।

ন্যায়াধীশ পাঠকৰ বিভিন্ন কৰ্মৰাজি বাখ্যা কৰি উৰিষ্যা ৰাজ্যৰ সোণেপুৰৰ সম্বৰ্ধনা অনুষ্ঠান এটিত অধিবক্তা সংস্থাৰ সভাপতি শ্যামেৰা মহাপাত্ৰই কৈছিল, ''আপুনি মাথো এক ব্যক্তি নহয়,আপুনি এক অনুষ্ঠান।''

তেখেতৰ দিন-পঞ্জীত উল্লিখিত কথাবোৰ পঢ়িলে ভাব হয়— তেখেত যেন অসমৰ পৰা সুদূৰ বিলাত কিম্বা আন ঠাইত থাকি ন'ষ্টালজিক হৈ পৰিছিল। তাৰ আভাষ তেখেতৰ প্ৰতিটো লিখনিতে বিদ্যমান।

উৰিষ্যা ৰাজ্যখনৰ মুখ্য ন্যায়াধীশৰ দণ্ড হাতত লৈয়ো তেখেতে ৰাজ্যখনৰ আন সকলো দিশ তন্ন-তন্নকৈ বুজাৰ চেষ্টাত ব্ৰত হৈ পৰিছিল। মহানদীৰ ওপৰত নিৰ্মিত হীৰাকুট বান্ধ, পাৰাদিপৰ শ্বিপিং কৰ্পৰেচন্ অব্ ইণ্ডিয়াৰ বিশাল অন্নপূৰ্ণা জাহাজ, ক'ৰকেল্লাৰ তীখা কাৰখানা আদি ঔদ্যোগীক বিকাশৰ ক্ষেত্ৰসমূহো তেওঁ পৰিদৰ্শন কৰিছিল।বহুতো মেল-মিটিং, আকাশবাণী কেন্দ্ৰ, দূৰদৰ্শন আদিৰ দ্বাৰা ৰাইজলৈ আইন

সাহাৰ্য, আইন সেৱাৰ উপৰিও গীত, নাট, চিনেমা, লোক-ক'লা, লোক কথা বৈষ্ণৱ সংস্কৃতি আদি বিষয়ত সাৰুৱা বক্তৃতা দিছিল। তেওঁবোৰ কথাৰ অংশ বিশেষ পুথিখনত সন্নিৱিষ্ট কৰা হৈছে। উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ পাঁচ মাৰ্চৰ দিনা ভাৰতৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে উদ্বোধন কৰা আন্তৰ্জাতিক এফেলেট ন্যায়াধীশৰ সন্মিলনখনত 'প্ৰব্লেম অফ ষ্ট্ৰাকচাৰ এণ্ড প্ৰচিডিউৰ' শীৰ্ষক আলোচনাটিৰ বাবে অধ্যক্ষ নিৰ্বাচিত হৈছিল ন্যায়াধীশ ডম্বৰুধৰ পাঠক আৰু সহযোগী অধ্যক্ষ গৰাকী আছিল— অষ্ট্ৰেলিয়া ৰাষ্ট্ৰৰ মুখ্য ন্যায়াধীশ চ্যাৰ্ হেৰী টালবট গিবক্। আন্তৰ্জাতিক ন্যায়াধীশ সন্মিলন এখনত তেনে আসন অধিকাৰ কৰাতো তেখেতৰ আইন সম্পৰ্কীয় অভিজ্ঞতা তথা বিদ্যায়তনিক দক্ষতাৰ পৰিচায়ক। পুথিখনত তেখেতৰ বক্তৃতামালা অসমীয়ালৈ তৰ্জমা নকৰি মূল ইংৰাজীতে যথাযথ ভাবে সন্নিৱিষ্ট কৰা হৈছে।

চানৈক্যৰ শ্লোক এটাৰে উৰিষ্যা ৰাজ্যৰ খেন-কানালৰ অধিকৰ্তা সংস্থাৰ সভাপতি গৰাকীয়ে ন্যায়াধীশ পাঠকৰ আদৰণি ভাষণৰ মোখনি মৰাৰ দৰে আমিও উল্লেখ কৰিব খুজিছো— "স্বদেশে পূজ্যতে ৰাজা, বিদ্যান সৰ্বত্ৰ পূজ্যতে।"

উৰিষ্যা ৰাজ্যৰ পুৰীত শ্ৰীশঙ্কৰদেৱ সংস্কৃতি সমাজে নিৰ্মাণ কৰা নামঘৰ প্ৰকল্পৰ সৰ্বময় উন্নতিৰ ক্ষেত্ৰত ন্যায়াধীশ পাঠকৰ অৱদান সদায়ে স্মৰণীয় হৈ ৰ'ব।

উনৈশ-শ ষাঠী খৃষ্টাব্দত তেখেতে প্ৰণয়ন কৰা "হিন্দু ল' এণ্ড ইটচ্ কনষ্টিটিউচনেল এচপেক্ট" নামৰ গ্ৰন্থখন ভাৰতবৰ্ষৰ বহুকেইখন বিশ্ব-বিদ্যালয়ৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত হৈছে। তেখেতে প্ৰণয়ন কৰা "ইন্ট্ৰডাক্'চন টু কম্পাৰেটিভ ল' নামৰ পুথিখনৰ আগকথাত মুখ্য ন্যায়াধীশ শৰৎ কুমাৰ দত্তই ডম্বৰুধৰ পাঠকে এক মহান কাম কৰিছে বুলি লিখিছে।

বৰ্তমান দেশখনত চলি থকা হিংস্ৰ পৰিৱেশ, বিচ্ছিন্নতাবাদ, সামাজিক আৰু ৰাজনৈতিক বিশৃঙ্খলতা দেখি-শুনি ভৱিষ্যত প্ৰজন্মৰ কথা চিন্তা কৰি ন্যায়াধীশ পাঠক মৰ্মাহত হৈ পৰিছে। হয়তো সেই বাবেই উৰিষ্যাৰ এখন মেলত তেখেতে দেশবাসীক সতৰ্ক কৰি কৈছিল— ভৱিষ্যতে দেশৰ অৱস্থাৰ আৰু অৱনতি ঘটিলে পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰ হৈ যোৱাতো একো আচৰিত কথা নহব। এই ক্ষেত্ৰত মই শ্ৰদ্ধেয় লিৱেন এবৰ্ট্'ৰ ভৱিষ্যতবাণীৰ কথা সোঁৱৰাব খুজিছো-"কেতিয়াবা যদি এই নগৰীত এনে সময় আহি

পৰে যে- কেৱল ধনী মানুহে ন্যায়ক এক সম্ভ্ৰপৰ বিলাসৰ বাবে ব্যৱহাৰ কৰে,যি সময়ত দুখীয়া লোকৰহে সেইটো অতি আৱশ্যক, যদিও ন্যায়ৰ কাষ চাপিবলৈ তেওঁলোক বাৰুকৈয়ে অসমৰ্থ আৰু যেতিয়া এডাল সোণালী ছাবিয়ে আদালতৰ দৰ্জা বন্ধ কৰি ৰাখে, তেতিয়াই সংগ্ৰাম জাগি উঠে আৰু তেওঁলোকে আহিবলগীয়া সংগ্ৰামটো উচিত বুলি গণ্য কৰে।"

পুথিখন লিখাৰ সময়ত আমি ন্যায়াধীশ পাঠকদেৱৰ জন্মস্থান বৰপেটাৰ নগাঁও অঞ্চললৈ গৈ বহুতো ব্যক্তিৰ সৈতে বিষয়সমূহ আলোচনা কৰিছো। অঞ্চলটোৰ গাঁৱে-গাঁৱে ঘূৰি ফুৰিছিলো লোকগীত আৰু লোককথাৰ সন্ধানত। পাটবাউসী সত্ৰ, বৰপেটা সত্ৰ আৰু পুৰীৰ নামঘৰলৈকো গৈছো— বৈষ্ণৱ সংস্কৃতিৰ আকৰ বিচাৰি। উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখন আৰু উৰিষ্যা ৰাজ্যৰো কেইগৰাকীমান ব্যক্তিৰ উপৰিও তেখেতৰ সহপাঠী ব্যাৰিষ্টাৰ ড° তাপস কুমাৰ ব্যানাৰ্জী, ব্যাৰিষ্টাৰ মায়া ৰায় আৰু ব্যাৰিষ্টাৰ সিদ্ধাৰ্থ শংকৰ ৰায়কো ন্যায়াধীশ পাঠকদেৱৰ বাসগৃহত লগ ধৰা হৈছিল। সকলোৰে আমি শলাগ লৈছো।

শেষত পুথিখনৰ পুৰোৱাক মহামহোপাধ্যায় ড° বিশ্ব নাৰায়ণ শাস্ত্ৰীদেৱে লিখি দিয়া বাবে আমি চিৰ কৃতজ্ঞ হৈ ৰ'লো। অধ্যক্ষ প্ৰমোদ বৰ্মণ, বিশিষ্ট সাহিত্যিক যতীন গোস্বামী, ড° যামিনী ফুকন আৰু তিলক চন্দ্ৰ শৰ্মাদেৱে উল্লেখযোগ্য তথ্যৰে আমাক সহায় কৰে। বন্ধুবৰ ড° জ্যোতি প্ৰসাদ বৰুৱা, ত্ৰিনয়ন গোস্বামী আৰু মুকুন্দ ডেকাই পাণ্ডুলিপিখনত চকু ফুৰাই দিয়া বাবে শলাগ লৈছো। শিল্পী সীমান্তজ্যোতি বৰুৱাই ব্যস্ততাৰ মাজতো প্ৰচ্ছদপটখন আঁকি দিয়া বাবে আনন্দিত হলো। মৃনাল কুমাৰ গোস্বামী আৰু উপাংশু কুমাৰ দাসে কম্পিউটাৰৰ কম্পোজিচনৰ কামখিনি সমাধা কৰি দিয়াৰ বাবে ধন্যবাদ জনালো।

চেনিকুঠী, গুৱাহাটী। বিনয়াবনত,

প্ৰথম বহাগ, ২০০০ খৃষ্টাব্দ। —অমৰজ্যোতি বৰুৱা

# পুৰোবাক্

বহাগ মাহৰ শেষৰ ফালে এদিন দুপৰীয়া এজন অচিনাকি লোক মোৰ ওচৰলৈ আহিছিল। ভদ্ৰলোকে আত্ম-পৰিচয় দি ক'লে— 'এইখন ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ জীৱনী, মৱেই লিখিছোঁ। আপুনি পাতনি এখন লিখি দিলে আমি যথেষ্ট অনুপ্ৰাণিত হ'ম।'

তেখেতৰ কথা শুনি মই অলপ আচৰিত হোৱা যেন হৈ উত্তৰ দিলো— এগৰাকী ন্যায়াধীশৰ জীৱন-চৰিতত স্বাভাৱিকতে আইন-কানুনৰ প্ৰধান্য থাকিব; মই আইন-কানুন নাজানো।এগৰাকী ন্যায়াধীশ বা অভিজ্ঞ আইনজ্ঞই পাতনি লিখিলেহে ভাল হ'ব।'

ন্যায়াধীশ পাঠকৰ সৈতে মোৰ চা চিনাকি আছে, দুই এখন সভা-সমিতিতো তেখেতক লগ পাইছোঁ। শংকৰাচাৰ্য্যৰ মোহমুদ্গৰ নামৰ নীতি উপদেশৰ পাঠকদেৱে কৰা অসমীয়া ভাঙনি 'ভজ গোবিন্দম্' নামৰ সৰু পুথিখন(১৯৮৩)মই উন্মোচন কৰাৰ কথাও মনত পৰিল। লগতে মনত পৰিল ন্যায়াধীশ পাঠকৰ অগ্ৰজ প্ৰয়াত ভৱেন্দ্ৰ মোহন পাঠকৰে সৈতে মোৰ ঘনিষ্ঠতাৰ কথা। ১৯৫৬ চনত ভৱেন্দ্ৰ মোহন পাঠক আৰু বৰপেটা নগাঁও অঞ্চলৰ বৈদ্যনাথ শৰ্মাদেৱৰে সৈতে একেলগে অমৃতশৰত বহা কংগেছ অধিৱেশনলৈ গৈছিলো।

মোক পাণ্ডুলিপি দি যোৱা মানুহগৰাকী হৈছে, ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ জীৱন-চৰিত লিখা সাহিত্যিক— অমৰজ্যোতি বৰুৱা।

পুথিখন ভালকৈ পঢ়ি শেষ কৰিবলৈ অলপ বেছি সময় লাগিল। পিছে যিখিনি সময় মোৰ খৰচ হ'ল তাৰ তুলনাত লাভ হ'ল অধিক। পঢ়ি যাওঁতে দেখিলোঁ যে ভ্ৰমনেই হওক বা সভা-সমিতিয়েই হওক, য'লৈকে পাঠক গৈছে, যি সভা-সমিতিতে তেখেতে

বক্তৃতা দিছে তাৰ দিন, তাৰিখ, সময় সভাৰ বিৱৰণতো আছেই আৰু লগত আছে ভাষণৰ পাঠ বা সাৰাংশ, চৰকাৰী কামত যোগ দিয়া, ন্যায়াধীশ পদবী গ্ৰহণ কৰা ইত্যাদি একো কথা বাদ পৰা নাই। গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ, উৰিষ্যা উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ হৈ থকা কালৰ প্ৰায় প্ৰত্যেক দিনৰ দিনলিপি, ভ্ৰমণৰ স্থানৰ বিৱৰণ আছে। পুৰীৰ ৰথযাত্ৰাৰ তিনিখন ৰথৰ পুংখানুপুংখ বৰ্ণনা আদিও বাদ পৰা নাই।

বহুত বিৱৰণ ন্যায়াধীশ পাঠকদেৱৰ টোকা। পৰিপক্ক বয়সতহে যে তেখেতে দেখা শুনা বিষয়ৰ টোকা ৰাখিছিল এনে নহয়, ছাত্ৰাৱস্থাৰ বিবিধ ঘটনাও তেখেতৰ লেখনীবিধৃত হোৱা দেখা যায়। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত যোগদান আৰু কাৰাবৰণকে ধৰি গোপনে আন্দোলনৰ গুৰি ধৰা আদি বিবিধ বিষয়ৰ নিৰ্ভৰযোগ্য বিৱৰণ তেখেতৰ টোকাৰ পৰা জীৱন-চৰিতত সন্নিৱিষ্ট হৈছে। এই প্ৰসংগত কথিত অৰুণা আছফ আলী প্ৰভৃতি নেতৃবৃন্দ কোন সময়ত গুৱাহাটীৰ কোন ঠাইত আত্মগোপন কৰি আছিল,কোন চনৰ কোন তাৰিখে ডম্বৰুধৰ পাঠকক ভাৰতীয় দণ্ডবিধিৰ কোন ধাৰাত কিমান দিন ফাটেকৰ আদেশ দিয়া হৈছিল— ইত্যাদি বিষয়ত পাঠকৰ আৰু অধিক তথ্য জীৱনচৰিত লেখকে দিলে ভাল হ'লহেতেঁন বুলি আমি ভাবোঁ।

পৰিণত বয়সত লিখা টোকাৰ লগতে কলিকতাৰ ছাত্ৰ-জীৱন,মুছলিম লীগৰ প্ৰত্যক্ষ সংগ্ৰামৰ (Direct Action) ফলত কলিকতা নগৰত হোৱা নৰহত্যা, হাৰ্ডিঞ্জ হোষ্টেলত থকা অসমীয়া ছাত্ৰ আৰু তাৰ বিপৰীত ফালে আলিটোৰ সিপাৰৰ কলুতোলাত হোৱা সমৰাযোজন, বিলাত যাত্ৰা আৰু প্ৰত্যাৱৰ্ত্তনৰ লগতে ইউৰোপৰ বিভিন্ন দেশ ভ্ৰমণৰ টোকাৰ পৰাও বিবিধ বিষয় জীৱন-চৰিতকাৰে গ্ৰন্থত সন্নিৱিষ্ট কৰিছে। ন্যায়াধীশ পাঠকৰ কৰ্মবহুল জীৱনৰ প্ৰায় সকলোখিনি কথা গ্ৰন্থৰ বিৱৰণত অন্তৰ্ভুক্ত হৈছে। এনে তথ্যসমৃদ্ধ ডাঙৰ জীৱনী-গ্ৰন্থ এখন কম সময়ৰ ভিতৰতে লিখি উলিওৱা কেনেকৈ সম্ভৱপৰ হ'ল, সেই কথা লেখকে নিজেই প্ৰকাশ কৰিছে।

"তেনে অভিজ্ঞতাপুষ্ট এগৰাকী ব্যক্তিৰ জীৱনক লৈ জীৱনী লিখাটো প্ৰকৃততে দুৰূহ কাম। কিন্তু, এই কাম মাথোন ডেৰ বছৰ কালতে সম্ভৱ কৰিব পৰা হৈছে, হেজাৰ হেজাৰ পৃষ্ঠাত নিয়াৰিকৈ ইংৰাজীত লিখি থোৱা তেখেতৰ দিন-পঞ্জী,কেতবোৰ টোকা,

চিঠিৰ টোপোলা, প্ৰখৰ স্মৃতি-শক্তি আৰু ঘণ্টাৰ পাছত ঘণ্টা সাক্ষ্যাৎকাৰ দিব পৰা ক্ষমতাৰ বাবে।"

ন্যায়াধীশ পাঠকে লিখি ৰখা দিন-পঞ্জী আৰু টোকাৰ লগতে তেখেতে সাক্ষাৎকাৰত কোৱা কথাৰ আধাৰত ৰচিত জীৱনীখন লেখকে দহটা অধ্যায়ত সমাপ্ত কৰিছে। লেখকে অষ্টম অধ্যায়লৈকে জীৱনযাত্ৰাৰ ক্ৰম ৰক্ষা কৰি সকলোখিনি বৰ্ণনা কৰিছে আৰু পিছৰ তিনি অধ্যায় গ্ৰন্থ ৰচনা আৰু মুখ্য ন্যায়াধীশৰ পদৰ পৰা অৱসৰ গ্ৰহণৰ আগৰ আৰু পিছৰ দায়িত্ব বহনৰ লগতে পাৰিবাৰিক বিৱৰণো দিছে।

এই বৰ্ণনাসমূহ পাঠকে তিনিভাগত ভগাব পাৰে ঃ

এক ছাত্ৰ জীৱন তথা স্বাধীনতা সংগ্ৰাম আৰু বিলাতত শিক্ষা।

দুই বিধিবিশেষজ্ঞ-ন্যায়াধীশ আৰু ন্যায়গ্ৰন্থ প্ৰণেতা।

তিনি সাহিত্য সংগীত সাধক।

উনৈশ-শ বিশ চনৰ জুলাই মাহৰ সোতৰ তাৰিখে জন্ম গ্ৰহণ কৰা দণ্ডিৰাম পাঠকৰ পুত্ৰ ডম্বৰুধৰ পাঠকে চাৰিকুৰি বছৰ অতিক্ৰম কৰিছে সুখে সন্তোষে আৰু কৃতিত্বৰে দেশ আৰু দহৰ সেৱাত।এই চাৰিকুৰি বছৰে দেশৰ আৰু অসমৰো চিনিব নোৱাৰা পৰিবৰ্তন হৈছে।এই সকলো ৰাজনৈতিক আৰু আৰ্থ-সামাজিক পৰিবৰ্তনৰ এটা চিত্ৰ লেখকে ন্যায়াধীশ পাঠকক কেন্দ্ৰ কৰি দাঙি ধৰিছে। অনুসন্ধিৎসু পাঠকে ইয়াৰ মাজত দেশ-বিদেশৰ শিক্ষা সংস্কৃতিৰ লগতে একো একোটা নামৰ লগত দেশৰ ৰাজনৈতিক পৰিবৰ্তনো দেখিবলৈ পাব।

আমি কেৱল এটা নামৰ উল্লেখেৰে দিগ্‌দৰ্শন কৰিব খুজিছোঁ।

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৭৫৭ খ্ৰীষ্টাব্দত পলাচিৰ যুদ্ধত জয় লাভ কৰি বণিকৰ তুলাদণ্ডৰ লগতে ৰাজদণ্ডও হাতত তুলি লয় আৰু এশ বছৰ পিছত ১৮৫৮ খ্ৰীষ্টাব্দত ভাৰতৰ শাসনভাৰ ব্ৰিটিছ পাৰ্লিয়ামেন্টৰ হাতলৈ যায় যদিও শাসন-ব্যৱস্থাৰ কিছু সাল সলনি হৈছিল। অৱশ্যে বেংগল প্ৰেচিডেঞ্চি, বম্বে প্ৰেচিডেঞ্চি আৰু মাদ্ৰাজ প্ৰেচেডেঞ্চিৰে চলোৱা শাসন ব্যৱস্থা বহু দিনলৈকে একেদৰেই থাকে।তেতিয়া বিহাৰ ,উৰিষ্যা,বেংগল

আৰু অসমকে ধৰি পূৰ্বৰ সকলো অঞ্চল বেংগল প্ৰেচেডেঞ্চিৰ অন্তৰ্গত আছিল।কাউঞ্চিল ব্যৱস্থা প্ৰৱৰ্তনৰ পিছত উৰিষ্যাৰ মধুসূদন দাস বেঙ্গল কাউঞ্চিলৰ সদস্য, ১৯১১ চনত কলিকতাৰ পৰা ভাৰতৰ ৰাজধানী স্থানান্তৰৰ লগতে ৰাজ্যৰ কাউঞ্চিলৰ সদস্য হয়, ১৯৩৭ চনত প্ৰৱৰ্তিত ভাৰত শাসন আইন অনুসাৰে উৰিষ্যা স্বতন্ত্ৰ প্ৰদেশ হয়। মাজতে বৰলাটৰ শাসকীয় পৰিষদৰো (Executive Council) সদস্য হয় মধুসূদন দাস। এনেকুৱা অলেখ উদাহৰণ এই জীৱনী গ্ৰন্থৰ প্ৰায় প্ৰত্যেক ভাগতে আছে,আৰু আছে বিৱৰণৰ লগতে চিন্তা আৰু মনন। চিন্তাধৃত বিষয়ো পাঠকদেৱে বিৱৰণৰ লগতে লিপিবদ্ধ কৰি থৈছে।উদাহৰণ স্বৰূপে, বিশ্ব-বিদ্যালয়ৰ স্নাতক হোৱাৰ আগতে ভিনচেন্ট্ নামৰ কেৰল দেশৰ বন্ধু এজনৰ লগত সেই দেশলৈ গৈ ভিন্‌চেন্টৰ বিয়াৰ কন্যা-দৰাৰ মোমায়েকৰ জীয়েক বুলি জানিব পৰি পাঠকৰ মনত দেখা দিয়া ভাৱৰ উল্লেখ কৰিব পাৰি।

"ভিনচেন্টৰ কইনাৰ নাম মাৰ্গাৰেট। পিছে মাৰ্গাৰেট আকৌ ভিন্‌চেন্টৰ মোমায়েকৰ ছোৱালী। তেওঁলোকৰ লোকাচাৰ অনুসাৰে তেনে বিয়াত কোনো বাধা নাই। .....তাত "মাৰুমাক্কাতায়াম" নামৰ এটি(এখন)মাতৃপ্ৰধান আইন প্ৰচলিত। ভিন্‌চেন্টৰ লগত কথা প্ৰসংগত ওলাল যে আইনখন বিৱাহ, উত্তৰাধিকাৰ স্বত্ব, আৰু বিবিধ পাৰিবাৰিক ক্ষেত্ৰত প্ৰযোজ্য।.............................। "মাৰুমাক্কাতায়াম"আইনখন যেন অসমৰ (এতিয়া মেঘালয়) খাচী আৰু গাৰো সম্প্ৰদায়ৰ সমাজত প্ৰচলিত আইনৰ দৰে মাতৃ-প্ৰধান।আনকি সতি-সন্তানসকলেও খাচী-গাৰো জন-জাতীয় সম্প্ৰদায়ৰ লোকৰ দৰে মোমায়েকৰ বংশৰ উপাধি লয়।"

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে অসমৰ মিছিং জন-জাতীয় লোকৰ মাজতো এনে প্ৰথা প্ৰচলিত আছে। নৃতত্বৰ বিচাৰত এনে প্ৰথা অতিশয় প্ৰাচীন; কিয়নো এই পদ্ধতিৰে বংশত ৰক্তৰ বিশুদ্ধতা ৰক্ষা কৰা হৈছিল। পুৰুষজন যাৰ বায়েক বা ভনীয়েকৰ সন্তান,সেইজনে মোমায়েকৰ ছোৱালী বিয়া কৰালে ৰক্তৰ ধাৰাবাহিকতা আৰু বিশুদ্ধতা অব্যাহত হৈ ৰয়।

এসময়ত এই প্ৰথা সাৰ্বজনীন আছিল যদিও বহিবংশজা কন্যা বিৱাহ প্ৰথাৰ (Exogamy) প্ৰচলনে এই প্ৰথা সংকুচিত কৰিলে। খ্ৰীষ্টীয় অষ্টম শতিকালৈকে এই প্ৰথা দাক্ষিণাত্যৰ সকলো লোকৰ মাজত প্ৰচলিত থকাৰ প্ৰমাণ কুমাৰিল ভট্টৰ তন্ত্ৰবাৰ্তিক গ্ৰন্থৰ পৰা জনা যায়। কুমাৰিলে লেখিছে—

স্বমাতুলসুতাং প্ৰাপ্য দাক্ষিণাত্যস্তু তুষ্যতি॥

অন্যেতু সাৱালীকেন মনসাপি তন্ন কুৰ্ব্বতে॥

দাক্ষিনাত্যবাসীয়ে নিজৰ মোমায়েকৰ জীয়েকক বিয়া কৰাবলৈ পালে সন্তোষ পায়, কিন্তু অন্য ঠাইৰ লোকে ধেমালিতো বা মনেৰে মাতুল কন্যা লাভৰ কথা নাভাবে।

একো একোজন লোকৰ জীৱনচৰিত যে কেৱল ব্যক্তি বিশেষৰ জীৱন-বৃত্তৰ পৰিচায়ক এনে নহয়, তেওঁৰ কৰ্মজীৱনে স্পৰ্শ কৰা সমাজৰো ইতিবৃত্ত-এই কথা ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ জীৱনীয়ে দুনাই প্ৰমাণ কৰিলে।

অসমীয়া ভাষাত যথাৰ্থ জীৱন--চৰিতৰ সংখ্যা কম,এনে অৱস্থাত লেখকে ন্যায়াধীশ পাঠকে বহুবছৰজুৰি লিখি ৰখা বিবিধ প্ৰসঙ্গৰ ঘটনা-পঞ্জী আৰু টোকাৰ মাজৰ পৰা অশেষ পৰিশ্ৰম কৰি বিষয় নিৰ্বাচনেৰে এই তথ্য সমৃদ্ধ জীৱনীখন লিখি উলিওৱাটো প্ৰশংসনীয় প্ৰচেষ্টা। এই প্ৰচেষ্টাৰ পৰিণিতিৰূপে অসমৰ পাঠকে ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ বিভিন্ন ক্ষেত্ৰত অৱদানৰ বিষয়ে জনাৰ উপৰিও বহুত ক্ষেত্ৰত প্ৰগতিৰ সন্ধানো পাব। লেখক অমৰজ্যোতি বৰুৱাক আমি পৰিশ্ৰমসাধ্য জীৱনীখনৰ বাবে ধন্যবাদ জনাইছো আৰু আশা ৰাখিছো যে তেখেতৰ অধ্যৱসায়, চিন্তন আৰু মননৰ সাক্ষ্য বহনকাৰী আৰু অধিক ৰচনাই অসমীয়া সাহিত্যৰ বিবিধ দিশ সমৃদ্ধ কৰিব।

অসমৰ চাৰিকুৰি বছৰৰ সামাজিক জীৱনৰ বহুত দিশ আলোকপাত কৰা এই জীৱনীখন পাঠকে আদৰেৰে নিশ্চয় গ্ৰহণ কৰিব। যি গৰাকী ন্যায়াধীশ পাঠকৰ জীৱনায়ন কৰা হৈছে, তেখেতৰ বিষয়ে একেষাৰ কথাৰে সামৰণি মাৰিব খুজিছোঁ–

সজাতো যেন জাতেন যাতি জাতিঃসমুন্নতিম।

অসমীয়া জাতি নিশ্চয় সমুন্নতিৰ পথত।

— *বিষ্ণু নাৰায়ণ শাস্ত্ৰী।*

'ঋতায়ন'

গুৱাহাটী।

১০ জুন, ২০০০ ইং।

# JUSTICE DAMBARUDHAR PATHAK
# CHRONOLOGY

1920, 17th July-Born at Rajapara, Nowgaon, Barpeta.

| | | |
|---|---|---|
| District | : | Kamrup, Assam. |
| Father | : | Late Dandiram Pathak. |
| Mother | : | Late Abala Pathak. |
| 1927 | - | Admitted into Nowgoan L.P. School. Barpeta Sub-Division. |
| 1933 | - | admitted into Bhella M.E. School. Barpeta. |
| 1940 | - | Joined Scout-Jamburi at Shillong as Petrol leader. |
| 1941 | - | Passed matriculation Examination from Barpeta Govt. High School. Admitted into I.Sc. Class in Cotton College, Guwahati. Took part in Freedom Movement of India. Injured and hospitalised while protesting against an exhibition held at Judge's Field to help British for World War-II on 04/12/41. |
| 1942 | - | Took part in Quit India Movement, was arrested and was in Nowgon Jail for three months. |
| 1944 | - | Passed I.Sc. Examination from Cotton College. |
| 1946 | - | Passed B.A. Examination from Cotton College. Went to Calcutta and admitted into M.A. and Law Class in Calcutta University; but had to come back to Assam due to Riot in Calcutta. Involved in Timber business at Guwahati. |
| 1948 | - | Death of his father. |

1949 - Took admission in Earl Law College.

1953 - Passed LL.B. from Guwahati University. Married to Monomoti Mahanta, daughter of Rajaram Mahanta and Thageshawari Mahanta on the 15th of May.

1954 - Went to England and got admitted into Lincoln's Inn for Bar-at-Law course.

1956 - Admitted into School of Oriental and African studies, London University for LL.M. course. Was called to the Bar from Lincoln's Inn.

1957 - Padded LL.M. from London University.

Pracitsed in the Honourable courts in London.

1958 - Back to India after visiting almost all countries of Europe. Enrolled as an advocate in the Honourable Gauwahati High Court. Joined as part-time Lecturer in the University Law College, G.U.

1961 - Enrolled as an Advocate in the Honourable Supreme Court of India.

1964 - Joined as Member-Secy. of the State Law Commission of Assam.

1968 - Joined as Senior Advocate in North Eastern Frontier Agency.

1970 - Joined as Principal in University Law College as well as Dean of Faculty of Law in Guwahati University.

1973 - Elevated to the Bench of the Honourable Gauwahati High Court on 08/08/73

1980 - Took over as Chief Justice (Acting) in the Honourable Guwahati High Court and w.e.f. 17/4/1983; became permanent Chief Justice.

1982 - Death of mother.

1983 - Took over as Chief Justice in the Honourable

Orissa High Court on 11/8/83

1984 - Preliminary remarks by Justice D.Pathak as Chairman on the topic "Problems of court structure and procedure in the third International Conferrnce of Appellate Judges.

1986 - Retired as Chief Justice from Hon'ble Orissa High Court on 1/3/86. Appointed as Vice-Chairman in the Central Administrative Tribunal and took over on 3rd March at Gauhati Bench as the first Vice-Chairman of the newly constituted Bench.

1989 - Retired as Vice-Chairman from C.A.T on 01/03/89.

1993 - Appointed as Chairman of Inquiry Commission to probe into the communal incidents that occured in the Districts of Nowgong and Dhubri following the demolition of Babri Masjid on the 6th of December, 1992.

1994 - Appointed as Chairman of Assam Pay Commission, 1994.

1995 - Submission of Inquiry Commission report on 29/05/95

1997 - Submission of the report of the Assam Pay Commission on 27/6/97

1998 - Received a *MAN PATRA* from the Govt. of Assam as Freedom Fighter during the Golden Jubilee year of India's Independence.

1999 - Appointed as presiding Arbitrator in a case between M/S Mukand Ltd.-Vs-M/S Cement India Ltd, since 17.04.99

# ওপজা ঠাই, ওমলা সময়

*"And with joy that is almost pain*
*My heart goes back to wandar there*
*And in the dreams of the days that were*
*I find my lost youth again "*

"আপোনাৰ শৈশৱ কিম্বা কৈশোৰৰ কিছু কথা মনত আছেনে বাৰু"- বুলি প্ৰশ্ন কৰাত ন্যায়াধীশ ডম্বৰুধৰ পাঠকে মিচিকিয়া হাঁহি এটি মাৰি আমেৰিকান কবি লংফেলো'ৰ কবিতাফাঁকি শুনালে।

বৰপেটা মহকুমাৰ বাউসী পৰগণাৰ নগাঁও অঞ্চলটো ফেনে-ফোটোকাৰে প্লাবিত হৈ পৰিল। সময় উনৈশ-শ বিয়াল্লিশ খৃষ্টাব্দৰ শাওন মাহ। পথাৰ খাল-ডোং, ঘৰ-বাৰীত কেৱল পানীয়ে পানী। সকলোবোৰ পানীত উটি-ভাঁহি আছে। নগাঁওৰ ৰাজাবাৰী চুবুৰীটোৰ দণ্ডীৰাম পাঠকৰ ঘৰৰ ভেটিটোত এক ককালমান পানী। তৎকালেইখনমানেৰে চাং সাজি ঘৰটোত মানুহ থকাৰ ব্যৱস্থা কৰা হ'ল। ভীম ক'লৰ ভুৰেৰেহে চোতালখনৰ পৰা ইফাল সিফাল কৰিব পাৰি। ওঠৰশ-শ বিয়াল্লিশ খৃষ্টাব্দৰ শাওন মাহৰ পহিলা তাৰিখ, ইংৰাজী উনৈশ-শ বিশ খৃষ্টাব্দৰ সোতৰ জুলাইৰ দিনাখন শণিবাৰে পুৱতি নিশাতে দণ্ডীৰামৰ পত্নী অৱলাৰ গৰ্ভত জন্ম হল- ডম্বৰুধৰৰ।

ঐতিহ্যমণ্ডিত বাউসী পৰগণা অসমৰ অন্যতম তীৰ্থভূমিবোৰৰ সঙ্গম নিকেতন। আহোম ৰাজত্বৰ দিনত বাউসী পৰগণাত কিছুকাল সৰুজনা অভয়াপুৰী ৰাজখোৱাই শাসন কৰিছিল। কোঁচ বংশৰ মহাৰাজ নৰনাৰায়ণে প্ৰশাসনীয় সা-সুবিধাৰ বাবে ৰাজ্যখনক কেইবাটাও পৰগণাত ভাগ কৰি লৈছিল। বাউসীও তেনে এটি পৰগণা। বাউসী পৰগণাক গন্ধৰ্ব ৰায়ৰ তলত ৰাখি তেখেতে শাসন চলাইছিল। মহাৰাজ নৰনাৰায়ণৰ বাবে বাউসী আছিল অতি নিৰ্ভৰযোগ্য, বিশ্বাসভাজন আৰু শ্ৰদ্ধাৰ পৰগণা। কবি পীতাম্বৰ দ্বিজে বাউসীৰ অন্বয় কৰিছে—

কিহেতু বোলয় বাউসী কহিয়ো কাৰণ :
কহিলন্ত আত সাধু আছে লোক জন॥
সত্য ব্যতিৰেকে মিছা নবুলে বচন।
নাহি মিছা বেশ্যা চোৰ টেটন টামন॥
এনেকে সেহিটো দেশ বাউসী বোলয়।
কহিলোহো শুনিলাহা দেশৰ অন্বয়॥

অসমৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰক তিনিওজনা গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীদামোদৰ দেৱ আৰু শ্ৰীশ্ৰীহৰিদেৱৰ মিলন তীৰ্থ হৈছে বাউসী পৰগণা। তদুপৰি গুৰুজনাৰ প্ৰপন্ন শিষ্য মাধৱদেৱ আৰু দামোদৰদেৱৰ প্ৰপন্ন শিষ্য ভট্টদেৱেও এই স্থানতে গুৰু ধৰ্ম, সংস্কৃতি, সাহিত্য চৰ্চা আৰু প্ৰচাৰৰ কেন্দ্ৰ বিন্দু হৈ পৰিছিল– সত্ৰসমূহ।

"অসমৰ সত্ৰানুষ্ঠানটি কিছু পৰিমাণে বৌদ্ধ অনুষ্ঠানৰ লগতহে ৰজিতা খায়। চাৰি বস্তুৰ ভিতৰত মণিকূটতো প্ৰায় স্তূপাকৃতিৰ ঠাঁচত নিৰ্মাণ কৰা হয়। কেৱলীয়া হাটী বৌদ্ধ-ভিক্ষু থকা আবাস গৃহৰূপত কৰা হৈছিল। ভক্ত বৃদ্ধিৰ কাৰণে নাম-গুণ, শাস্ত্ৰ লাপ কৰাৰ অৰ্থে এটি স্থায়ী অনুষ্ঠান কৰাৰ আৱশ্যকতা অনুভৱ কৰিলে। পিছে দুয়োজনা গুৰু শংকৰ-মাধৱৰ লেখাত সত্ৰৰ প্ৰয়োগ নাই। হৰিগৃহহে বোলা হৈছে। হাটী, বাটী, নামঘৰ, মণিকূট, গুৰু আসনেই সত্ৰ। পাছত লগ লাগে আহোম ৰজাদিনীযা মঠ, সৰু গৃহ সৈতে দৌলঘৰ, নাটঘৰ বা ৰংঘৰ, ভক্তশালা, সেৱাৰ বস্তু পৱিত্ৰ গুৰু আসনখন, অখণ্ড প্ৰদীপ আৰু ঠগীত ৰখা শাস্ত্ৰখন"।

বাউসী পৰগণাৰ সত্ৰসমূহৰ ভিতৰত পাট বাউসী, কুমাৰকুছি, ন-সত্ৰ, বহৰি, গণক কুছি, বৰপেটা, চুণপোৰা, বাৰাদি, সুন্দৰীদিয়া, নৰ্গাওৰ জয়াৰ সত্ৰ, ব্যাসকুছি সত্ৰই প্ৰধান।

ডম্বৰুধৰৰ দুবছৰ হোৱাত ঘৰত কাণ-ফুটোৱা অনুষ্ঠান পাতে। চোতালত বৰপীৰা এখন পাৰি তাৰ ওপৰত আনাকাটা কাপোৰ দি শিশুটিক তাতে বহুৱালে। মাক অৱলাই ধূপ-ধূনা জ্বলাই আগসতি ক'লপাত এখনত মাহ-প্ৰসাদ আগবঢ়াই দিলে। ভিতৰৰ পৰা কাঁহৰ কাঁহী এখনত বুন্দিয়াৰ লাড়ু উলিয়াই আনি পুতেকৰ হাতত দিলে। এনেতে অৱলাৰ মাক হৰেশ্বৰীয়ে সোণৰ কেৰু দুপাতেৰে নাতিনীয়েকৰ দুয়োখন কাণৰ লতি

বিন্ধাই দিলে। ডম্বৰুধৰে কান্দিবলৈ ধৰাত ওচৰতে বৈ থকা মাহীয়েক ভাৰতীয়ে লাড়ু এটা ভাগিনীয়েকৰ মুখত লগাই দিয়াত কিছুপৰৰ পাছত ডম্বৰুধৰে কান্দিবলৈ এৰিলে। অৱলাই ওচৰতে বৈ থকা ল'ৰা-ছোৱালীকেইটাক আৰু আইসকলৰ মাজত বুন্দিয়াৰ লাড়ু বিলাই দিয়াৰ পিছত আইসকলে গীত জুৰিলে।পিছত সকলোৱে ভোজ-ভাত খাই ঘৰা-ঘৰি উভটিল।

দুপৰীয়া প্ৰায়ে মাক অৱলাই নিচুকনি গীত জুৰি ডম্বৰুধৰক বুকুৰ উম দি শোৱাওঁতে গায়–

"হাপা ৰে মেউ, কাণতসোপা দেউঁ ।
যাৰ যন ছসি কান্দে, মোনাত ভৰে নেউঁ॥"

মাজে মাজে আইতাক হৰেশ্বৰীয়েও নাতিনীয়েকহঁতক লগত লৈ শেতেলীখনত বাগৰ দি গায় –

"ঘুমটি যায়োৰে ওৰে কাণ খোৱা
হেৰে কাণ- খোৱা আসে,
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে ।"

ডম্বৰুধৰে লাহে লাহে পাঁচ বছৰ বয়সত ভৰি দিলেহি। পুহ মাহত পথাৰৰ সোণোৱালী ধানবোৰ চপাই দণ্ডীৰামে চোতালৰ একোণত ডাঙৰীবোৰ জমা কৰিলে। সন্ধিয়া ভবেন্দ্ৰ আৰু পবিত্ৰই মৰণা মৰাত দণ্ডীৰামক সহযোগ কৰিব পৰা হ'লহি। দণ্ডীৰামৰ শৈশৱতেই পিতৃ-মাতৃ বিয়োগ হোৱাত ল'ৰাজন মাউৰা হৈ পৰি। অৱশ্যে দণ্ডীৰামে পিতাক কালদাহাৰ পৰা উত্তৰাধিকাৰী সূত্ৰে ষাঠি বিঘা খেতিৰ জমি পাইছিল।

নগাঁওৰ পৰা প্ৰায় বাইশ মাইল দূৰৈত সকপেটাত দণ্ডীৰামে এখন খাট লয়। সেই খাটলৈ দণ্ডীৰামে প্ৰায়ে খোজ কাঢ়ি যায়। অৱশ্যে কিছুদূৰ ঘূৰি পকি বাহেৰেও খাটলৈ যাব পাৰি যদিও তেওঁ খোজ কাঢ়িয়েই অহা-যোৱা কৰে। তাৰে ৰাহি হোৱা ধনখিনিৰে পুতেকহঁতলৈ সাধুৰ কিতাপ, বহী, পেনচিল আদি কিনি লৈ আহে। সকপেটাৰ

খাটখনতো জমিৰ পৰিমাণ প্ৰায় ষাঠি বিঘা। সৰুপেটাৰ ওচৰৰে প্ৰাথমিক বিদ্যালয় এখনত দণ্ডীৰামে কিছুদিন শিক্ষকতাও কৰে। তদুপৰি মাজে মাজে খাটৰ ওচৰ-পাজৰৰ পৰা ধান, মাহ, সৰিয়হ আদি সংগ্ৰহ কৰি তাৰাবাৰী হাটলৈ নি আয়ৰ পথ বৃদ্ধি কৰি চলে। সুইতৰ পাৰৰ খলাবন্ধা ঘাটতো অঞ্চলটোৰ ব্যৱসায় প্ৰধান কেন্দ্ৰ হিচাপে গঢ় লৈ উঠিছে। মাৰ-নাওবোৰত ধান, মৰাপাট, সৰিয়হ, নাৰিকল, তামোল-পান আদি বোজাই দি গুৱাহাটী, গোৱালপাৰা, ধুবুৰী আদি চহৰলৈ বেপাৰীসকলে নি বেপাৰ কৰে। নাওবোৰ পুনৰ খলাবন্ধা ঘাটলৈ প্ৰত্যাৱৰ্তনৰ সময়ত চহৰবোৰৰ পৰা আমদানী কৰা হয়-টিঙপাত, নিমখ, চেনী, ঔষধ আদি আৱশ্যকীয় সামগ্ৰীসমূহ।

ওঠৰশ সাতানব্বৈ খৃষ্টাব্দৰ বৰ ভূঁইকঁপত সমগ্ৰ বৰপেটা অঞ্চলৰ ভালেখিনি ঠাই বহি যোৱাৰ ফলত নৈবোৰে গতি সলালে। বহু ঠাইত হোলাৰ সৃষ্টি হ'ল, পথাৰবোৰ বালিৰে উপচি পৰিল। তেনে অৱস্থাত বহু কৃষকে কৃষি কাৰ্য্যৰ সলনি বেপাৰ-বাণিজ্যত মনোনিৱেশ কৰি। আনকি বৰপেটা চহৰৰ পূৱ-সীমাত অৱস্থিত নখন্দা নৈৰ বহৰত উনৈশ-শ শতিকাৰ শেষ ভাগৰ পৰা প্ৰকাণ্ড প্ৰকাণ্ড নৌকাবোৰত গঙ্গা, পদ্মা, মেঘনা নদীয়েদি সুদূৰ বৰিশাল, ঢাকা, চিৰাজগঞ্জ আদি ঠাইৰ পৰা বেহা-বেপাৰৰ বাবে বণিকসকল আহি বৰপেটা পায়হি।

দণ্ডীৰাম থকা বস্তিৰ মাটি টুকুৰা দীঘলীয়া আকৃতিৰ। সন্মুখৰ ফালে ৰাজাবাৰীৰ মাজেৰে যোৱা পথটোৰ পৰা পিছফালে বৰপেটালৈ যোৱা পথৰ দাঁতিলৈকে বিস্তৃত। নঙলামুখৰ ওচৰতে এটা প্ৰকাণ্ড গোহালী। গোহালীটোত দমৰা, চেঁউৰী, ব'লদ মিলি একুৰিমান গৰু। গোহালীটোৰ সন্মুখেৰে বৰঘৰটোৰ পূৱ দিশে পাছ-চোতাললৈকে যাব পাৰি। চোতালৰ একোণে থকা খেৰী ঘৰটোত ৰামলাল নামৰ গাৰোৱান এজন থাকে। খেৰী ঘৰটোৰ সন্মুখেৰে ধানখেৰৰ পুঁজি দুটা। বাৰীখনত তামোল, নাৰিক'ল, ৰবাব্ টেঙা, জলফাই গছ আছে। দণ্ডীৰামে বহু কষ্টৰে প্ৰতি বছৰে তামোল গছৰ লগত পাণৰ পুলি ৰোৱে। সহপহকৈ পাণকেইজোপা ডাঙৰ হয় যদিও বাৰিষা পানী উঠি গছকেইডাল মাৰি পেলায়। তথাপিও দণ্ডীৰামে চেষ্টা অটুট ৰাখে। কাৰণ দিনটোত অৱলাক কেইবাখনো তামোল লাগে, আলহী-দুলহীতো আছেই। তদুপৰি শাহুৱেক হৰেশ্বৰী থাকিলেতো কথাই নাই। হৰেশ্বৰীৰ গিৰিয়েক ৰামচৰণ হঠাতে ঢুকোৱাত মাকক সৰু জীয়েক ভাৰতীৰ সৈতে অৱলাই নিজ ঘৰলৈকে লৈ আহিল। কাৰণ সৰু জীয়েকৰ সৈতে মানুহ গৰাকীক ভৰণ-পোষণ দিবলৈ আন কোনো নাছিল। পিছত আত্মীয়-স্বজনৰ উপদেশত ভাৰতীক দণ্ডীৰামেই

বিয়া পাতি লয় কাৰণ দিনক দিনে বাঢ়ি অহা ঘৰখনৰ কামবোৰ অবলাৰ পক্ষে অসম্ভৱ হৈ পৰিছে।

ৰামলাল নামৰ গাৰোৱানজন বিহাৰ ৰাজ্যৰ লোক। তেওঁ তিনি বছৰমান আগৰে পৰা দণ্ডীৰামৰ ঘৰত গাৰোৱান হৈ আছে। বছৰত এবাৰ মাত্ৰ ঘৰলৈ যায়। ৰামলালে ঘৰৰ লৰা-ছোৱালীকেইটাক বৰ মৰম কৰে। মাজে সময়ে ইফালে-সিফালে গ'লে, গৰুগাড়ীখনত কণ কণ লৰা-ছোৱালীকেইটাক উঠাই তেওঁ আনন্দ লভে। খেৰৰ পুঁজিটোৰ ওচৰত গৰুৰ দানা সিজোৱা সময়ত ৰামলালে ডম্বৰুধৰক মাজে সময়ে বহুত কথা কয়। ৰামলালে ঘৰলৈ যোৱাৰ সময়ত কেনেকৈ ৰেলেৰে যাত্ৰা কৰে, ৰেলৰ ইঞ্জিনটোত কয়লাবোৰ জ্বলি ঝক্ ঝক্ শব্দ কৰি কেনেদৰে ধোঁৱা ওলায়, ইঞ্জিনটোৱে কেনেকৈ ইমানবোৰ ডবা একেলগে টানি নিয়ে, তেনেবোৰ কথা ডম্বৰুধৰৰ মনৰ দাপোনখনত মাজে মাজে ভাঁহি উঠে। কিছুদিনৰ পৰা তেওঁৰ শিশুমনটোত বহুতো জল্পনা-কল্পনা চলিল। ৰেলখন বাৰু কেৰেলুৱাটোৰ দৰে নেকি? নহয়— বৰ কেঁচুৰ দৰেই হব! নাই, নাই-যৌচ্ কৰে যোৱা সৰ্পৰ দৰেহে হব!

ৰামলাল ঘৰলৈ গ'লে সৰুপেটাৰ ৰেল ষ্টেচনত উঠে আৰু বিহাৰৰ দাড়িয়াগঞ্জত নামে। সাধাৰণতে ৰামলাল ঘৰলৈ গ'লে এমাহ দুমাহমান ঘৰত কটাই আহে। ঘূৰি অহাৰ সময়ত চাতু-গুৰি ম'হৰ ঘিউ লৈ আহে।

ৰাতিপুৱাই ভাতকেইটামান খাই-বইহে দণ্ডীৰাম দিনটোৰ বাবে ওলায়। সৰুপেটাৰ খাট বুলিয়েই হওঁক, খলাবন্ধা ঘাটলৈ বুলিয়েই হওঁক নাইবা বৰপেটাই হওঁক। সেইদিনা পিতাকক সৰুপেটাৰ খাটলৈ বুলি ওলোৱা দেখি ডম্বৰুধৰ কোঠাটোৰ পৰা বাহিৰলৈ ওলাই আহিল। গাৰোৱানজনে বলদ দুটাক দানা-পানী খুৱাই-বুৱাই গাড়ীখন সাজু কৰিব ধৰিছে। তাকে দেখি ডম্বৰুধৰে হাতত সাৰে ভৰিত সাৰে নঙলামুখেৰে ওলাই বাটত খোজ দিলেহি। ক্ষন্তেক পিছতে গাড়ীখন সেই পথেৰে অগ্ৰসৰ হওঁতে ডম্বৰুধৰে গাড়ীখনত উঠি ল'লে। কিছুদূৰ যোৱাৰ পিছত ডম্বৰুধৰক ৰামলালে ঘৰলৈ উভতি যাবলৈ কৈ গাড়ীখন ৰখালে। পিছে ডম্বৰুধৰ আকোঁৰ-গোজ, আজি তেওঁ সৰুপেটাৰ খাটলৈ যাবই! কাৰণ তেওঁ মাকৰ অনুমতি লৈহে আহিছে। উপায়বিহীন হৈ ৰামলালে ডম্বৰুধৰক গাড়ীত উঠাই লৈ গ'ল।

গাড়ীখন আহি আহি চিকাৰভিঠা পাই কেঁকুৰি এটা ঘূৰিছেহে, এনেতে দণ্ডীৰাম আহি সেইখিনি পালেহি। সাধাৰণতে গৰুৱে কষ্ট পায় বুলি বেয়া বাট-ছোৱাত দণ্ডীৰাম

গাড়ীখনতো নুঠে, পদব্ৰজেই ভ্ৰমণ কৰে। তেওঁ গাড়ীখনৰ ওচৰ পাই দেখিলে-বলদযোৰে বাটৰ কাষৰ দং এটাত পানী খাই আছে। গাড়ীখনৰ ওপৰতে বাগৰ দি গাৰোৱানজনে আকাশৰ ফালে চাই গীত গাই আছে। ইপিনে ডম্বৰুধৰে এচাৰি এডাল হাতত লৈ গৰুকেইটাৰ ফালে চাই ডংটোৰ কাষতে থিয় হৈ আছে। হঠাতে পুতেকক দেখি পিতাক আচৰিত হৈ পৰিল। তেওঁৰ মুখেৰে ওলাল- 'হাৰে.... নাউঁবাপা তই কিয় আহিলি। গাৰোৱানজনকো দাবি দি সুধিলে– ৰামলাল তই, নাউঁবাপাক কিয়ো গাড়ীত উঠে লৈ আইহলি?, ধমকি দি সোধাত ডম্বৰুধৰে ভয়ে ভয়ে ক'লে– মইতো আহা নাছিলো, সিহে মোক লৈ আইছে। ঠিক আছে তই ইমান দূৰ আইহলি বাক, কিন্তু এথেনে তই ঘৰক ঘূৰি যাবা লাগব'। এনেতে সিফালৰ পৰা আহি থকা কালু মুঞ্চি বোলা মানুহ এজনক তেওঁ কাষলৈ মাতিলে। কালু মুঞ্চি আহি থকা দেখি ডম্বৰুধৰে ক'লে– বাপৰে, মই ইমান দাড়ি থকা মানুহটোৰ লগত নাযওঁ, মোৰ ভয় লাগে!

পিতাকে ক'লে– নায যদি খাটক'লগি ব'ল। পিছে, ঘৰত মায়েৰআহাৰ বৰ চিন্তা লাগব'।

পুনৰ গাড়ী চলিল। মাজে মাজে গাৰোৱানজনৰ হুৰ্ হুৰ্ শব্দৰ বাহিৰে দুই এটা চৰাইৰ মাত কাণত পৰিল।

কিছুদূৰ যোৱাৰ পাছত ডম্বৰুধৰে পিতাকক ভোক লগা বুলি ক'লে। ম'হখুলিৰ ম'হৰ বাথান এটাৰ সন্মুখত দণ্ডীৰামে গাড়ীখন ৰখাবলৈ দিলে। তাৰ পাছত গাড়ীৰ পৰা নামি মাত দিলে– "অ' ৰমাদাদা, আছানা।"

ৰমাই, খেৰীঘৰটোৰ পৰা ওলাই আহি মাত দিলে, অ' দণ্ডীৰাম...আহা আহা বাপা, ভাল না...., পিছে বেপাৰ কেনে চ'লছে, বহুত দিন দেখোন খা-খবৰেই নাপওঁ।" দণ্ডীৰামে ক'লে– ভালে দিয়া আৰ্ বেপাৰনো কি ক'বা, ইকেটা দিন বৰ মন্দ চলছে। এহ খাটত যাবা অলছো ৰ'বা, পিচে আমাৰ নাউঁবাপাটোও লগতে ওলাল নহয়। মই বোলো-অক চিৰা এক মুঠি খুৱে লওঁ। লগতে চিৰা-গুৰ লৈয়েই আইছো যেথেন...। ঐ, নাউঁবাপা, নাউঁবাপা আহএ, ইপিনে আহ।"

"হ'ব দিয়া দণ্ডীৰাম, পৰহি এটা দৈৰ চুঙা থৈছিলো, ৰ'বা আছে নেকি" বুলি মাকাল বাইঁৰ মস্ত চুঙা এটা তেওঁ শোৱা বাঁহৰ ছাঙিখনৰ তলৰ পৰা উলিয়াই আনি বেৰখনত আওঁজাই থ'লে।

ইপিনে গাড়ীৰ পৰা নামি আহি ডম্বৰুধৰ বেৰখনৰ ওচৰ পাওঁতে ভৰিত লাগি দৈৰ চুঙাটো মাটিত পৰাৰ লগে লগে দণ্ডীৰামে চিঞৰি উঠিল– ইচ্ ইচ নাউবাপা, কি কৰলি, গটে দৈ মেখা পৰব্ এথেন।"

তাকে শুনি ৰমা দাসে দণ্ডীৰামক ক'লে - তুমি কি ক'লা দণ্ডিৰাম, এটো ৰমা দাসৰ ম'হৰ বাথান। তুমি দৈৰ চুঙাটো উল্টা কৰা-এনেকে-এনেকে, এথেন মাথাই মাথাই পৰিলনা ? হেঃ হেঃ হেঃ দণ্ডিৰাম, এথেনো ৰমাৰ বাথানৰ নাম আঁছেহে,বুজছা নাম.........।"

বাথানত বাঁহৰ চুঙাত ভৰাই থোৱা দৈ, চিৰা আৰু গুৰেৰে খাই লৈ তিনিও বেলি মাৰ যোৱাৰ আগে আগে সৰুপেটাৰ খাট পালেহি।

সিপিনে ৰাজাবাৰীত ডম্বৰুধৰ নোহোৱা হৈ পৰাত হুলস্থুল লাগিল। অৱলা, ভাৰতীয়ে আউলী-বাউলী হৈ ইফালে-সিফালে চালে, নাই! চুবুৰীটোৰ ইগিৰী-সিগিৰীত খবৰ লৈ চালে, নাই নাউঁবাপা ক'তো নাই! ওচৰ চুবুৰীয়াসকলে খাল-ডোং, পুখুৰী, পিতনীত লৰাটো বিচাৰি চালে। অহু-কাণে পহু-কাণে ওলাল, লৰাটোক হেনো পিতনীত থকা জল- কুঁৱৰীয়ে লৈ গ'ল! খেনোৱে কয়-ভূতে পালে! পিছদিনা সৰুপেটাৰ খাটৰ পৰা এজন গৈ খবৰ দিয়াতহে সকলোৰে চিন্তা দূৰ হ'ল।

ডম্বৰুধৰ এসপ্তাহমান সৰুপেটাতে থাকিল। খাটত থাকি তেওঁ বৰ ভাল পালে। খাটত মুকলি পথাৰৰ আলিয়ে আলিয়ে দৌৰি ফুৰে। ভাগৰ লাগিলে আহি ধান-খেৰৰ চাঙত শুই থাকেহি। ৰেল গাড়ীৰ উকি শুনি মুকলিলৈ ওলাই দূৰৈৰ পৰা অহা ৰেলগাড়ী চাবলৈ ওলাই আহে। ডম্বৰুধৰৰ মনত ভাব হয়-হয়োতো ইমান বেগেৰে চলা ৰেল গাড়ীখন কেৰেলুৱাৰ দৰেতো নহয়! সপৰ দৰেই! ফোঁচ্ কৰে আহে ফোঁচ্ কৰে যায়!

দ্বিতীয়দিনা পথাৰখনৰ মাজলৈ গৈ তেওঁ তীব্ৰ বেগেৰে গৈ থকা ৰেলখন পুনৰ চালে।

তৃতীয় দিনাও।

চতুৰ্থ দিনা দূৰৈৰ ৰেলৰ উকি শুনিয়েই পথাৰখনৰ সিকাষলৈ গৈ চালে।

পঞ্চম দিনা পথাৰখনৰ পৰিধি পাৰ হৈ ৰেলআলিত উঠি ৰেলখন চালে। সৰুপেটা ৰেল ষ্টেচনটো ওচৰতে আছে।

ষষ্ঠ দিনা তেওঁ ৰেলৰ আলিৰে গৈ গৈ ষ্টেচনৰ মজিয়া পালেহি। তেতিয়াও ৰেলখন ষ্টেচনলৈ আহি পোৱা নাই! ষ্টেচনৰ ইফালে সিফালে চালে— তাৰে কোঠা এটাত মানুহ এজনে মেজ এখনত কিবা কিবি লিখা-মেলাত ব্যস্ত।খাকী কাপোৰ পিন্ধা মানুহ এজনে ৰঙা আৰু সেউজীয়া কাপোৰ এডোখৰ হাতত লৈ খুলি মেলি আছে। এজন বিড়ীৱালাই কেইটামান বিড়ীৰ পেকেট, কেচীৰ দৰে ফ'টো থকা চুৰটৰ পেকেট আৰু জুইশলাৰ পেকেটকেইটামান আগতলৈ মজিয়াখনৰ ওপৰতে বাগৰদি আছে।

হঠাতে ৰেলৰ উকি ডম্বৰুধৰৰ কাণত পৰিল! খাকী কাপোৰ পিন্ধা মানুহজনে বাহিৰলৈ ওলাই গৈ সেউজীয়া কাপোৰ এখন জোকাৰি দিলে। সিফালে তামোল গছৰ সমান ওখ লোহাৰ খুটাত লগোৱা ফলি এখন তল পৰি গ'ল। মস্ত ক'লা ৰঙৰ ইঞ্জিন এটাই ঝক্-ঝক্ শব্দ কৰি বহুকেইটা ডবা কঢ়িয়াই আনি ষ্টেচন্ পোৱালেহি। ইঞ্জিনটো দেখি ডম্বৰুধৰৰ ভয় লাগিল। ৰেলখনৰ প্ৰতিটো ডবা বন্ধ, ডবাবোৰত কোনো যাত্ৰীও নাই। শেষৰ ফালৰ এটা ডবাৰ পৰা বগা পেন্ট আৰু ক'লা কোট পিন্ধা মানুহ এজন নামি ষ্টেচনৰ ফালে আগুৱাই আহিল। ডম্বৰুধৰে এখোজ দুখোজকৈ ডবাটোত উঠি চালে। এবাৰ উঠে, এবাৰ নামে। শেষত এবাৰ বহি ল'লে। মনত ভাব হ'ল— ৰেলখন চলিলে তাতে উঠি বা কেনেকুৱা লাগে! এনেতে গাৰ্ডজন আহি কোঠাটোত সোমাল। পিছফালৰ ৰেক্‌খনৰ কাষতে ডম্বৰুধৰ! এনেতে চিগ্‌নেল অন্ হ'ল। গাৰ্ডেও সেউজীয়া ৰঙৰ কাপোৰ এডোখৰ জোকাৰি জোকাৰি সংকেত দিলে। ৰেলখনে পুনৰ উকি মাৰিব ধৰিলে। ৰেলখনৰ চকা ঘূৰো ঘূৰো। হঠাতে গাৰ্ডৰ লগত থকা আন এজন ব্যক্তিৰ ল'ৰাজনলৈ চকু পৰিল, তেওঁ টান মাৰি ডম্বৰুধৰক ৰেলখনৰ পৰা নমাই দিলে।

ৰেলৰ পৰা নমাই দিয়াত ডম্বৰুধৰে একে থৰে ৰেলখন ক্ৰমান্বয়ে চকুৰ আগোচৰ নোহোৱালৈকে চাই ৰ'ল।তাৰ পাছত লাহে লাহে খোজ বুলি বুলি খাট পালেহি।

সপ্তমদিনা ৰাতিপুৱাই পুনৰ পিতাকৰ লগত যাত্ৰা কৰিলে ৰাজাপাৰাৰ নিজ গৃহাভিমুখে।

# শৈশৱ আৰু বিদ্যালয়ৰ দিনবোৰ

সাত বছৰ বয়সত দণ্ডীৰাম পাঠকে ডম্বৰুধৰক নগাঁও প্ৰাথমিক বিদ্যালয়ত নাম লগাই দিলে। অৱশ্যে একেখন বিদ্যালয়ৰ পৰা তেওঁৰ ডাঙৰ ককায়েক ভবেন্দ্ৰ মোহনে বৃত্তি লাভ কৰি তৃতীয় শ্ৰেণীৰ দেওনা পাৰহৈ বৰপেটা হাইস্কুলত পঢ়ি আছে। সৰু ককায়েক পবিত্ৰ মোহনেও দ্বিতীয় শ্ৰেণীত পঢ়িছে। প্ৰথম দিনা বিদ্যালয়লৈ গৈ এটা নতুন পৰিৱেশত সোমাই ডম্বৰুধৰৰ মনটোত কিছু ভয়-সংশয়ে ক্ৰিয়া কৰিলে যদিও চাৰিআলিৰ ওচৰৰ ৰাসোৎসৱ পতা স্থানৰ দাঁতিত অৱস্থিত বিদ্যালয়খন তেওঁ আগৰে পৰাই দেখিছে। বিদ্যালয়ৰ শিক্ষকদ্বয় হৰি নাথ শৰ্মা আৰু ধৰণীদেৱ মেধীকো তেওঁ আগতে দেখিছে। তদুপৰি প্ৰথম দিনাই শ্ৰেণীত লগ পোৱা সহপাঠীবোৰোচোন তেওঁলোকৰ গাওঁৰেই। গোটেই পৰিৱেশটো কিছু আচহুৱা যদিও চিনাকি।

পিছদিনাৰ পৰা ডম্বৰুধৰে অ, আ, ক, খ- এক, দুই, তিনি, চাৰি লিখা পুথি, চিলথ, মাটি পেঞ্চিল, আৰু হাতত কঠ এখন লৈ পঢ়াশালিলৈ অহা-যোৱা কৰিব ধৰিলে। বছৰেকীয়া পৰীক্ষাৰ ফলাফলত ডম্বৰুধৰ শ্ৰেণীত প্ৰথম হৈ উত্তীৰ্ণ হয়। খ-মান শ্ৰেণীতো তেওঁ প্ৰথম হল।

প্ৰথমমান শ্ৰেণীত ছাত্ৰসকলে পঢ়াশালিলৈ আৰু কঠ নিব নালাগিল। বহিবলৈ বেঞ্চ পোৱাত ছাত্ৰসকলৰ মনত বৰ ফুৰ্ত্তি। ইফালে চিয়াঁহি, দোৱাত আৰু ক'লপাতো লৈ যাবলগীয়া হ'ল। ক'লপাতৰ ওলোটা পিঠিত শিক্ষকে গদ্য-পদ্যৰ অংশ লিখিব শিকালে। আখৰবোৰ গোট গোট কৰিবলৈ অনবৰতে গুৰু দুজনাই ছাত্ৰসকলক উপদেশ দিয়ে। প্ৰথম কেইদিনমান চিয়াঁহিৰ দোৱাত অনা-নিয়া কৰোঁতে ডম্বৰুধৰক প্ৰায়ে নীলাম্বৰ হৈ পৰা দেখি মাকে পিতাকক এটা ওভোটা দোৱাত আনি দিবলৈ ক'লে। পিতাকে ওভোটা দোৱাত আৰু ডাঙৰ চিয়াঁহিৰ বটল এটা সৰুপেটাৰ পৰা আনি দিলে। লগত ম'ৰাৰ পাখিৰ কলম। অৱশ্যে কিছু সহপাঠীয়ে ঢেকীয়াৰ কলম আৰু পূৰৈ শাকৰ গুটিৰ বেগুনীয়া ৰসখিনি চিয়াঁহি হিচাপে ব্যৱহাৰ কৰে।

পচাশালিত মাটিৰ কামৰ শ্ৰেণীত ডম্বৰুধৰৰ সদায়ে পিছ পৰা। পুখুৰীপাৰৰ আঠালতীয়া মাটিৰে তেওঁ আম, মধুৰীআম, ৰবাব টেঙা সাজিবলৈ চেষ্টা চলায়। ডম্বৰুধৰৰ লগৰ মুনীন্দ্ৰ আকৌ মাটিৰ কামত পাকৈত। বাঁহৰ দে তোলা মিহিকৈ কামি কৰা কাম ডম্বৰুধৰক পিতাকে শিকাই দিলে। খৰাহী, বিচনী চালনী আদি দ্বিতীয় মানতে সুন্দৰকৈ বৰলৈ শিকিলে। দ্বিতীয়-তৃতীয় শ্ৰেণীত মাজে মাজে ৰবাব টেঙাবোৰকে বল কৰি লৈ শ্ৰেণীৰ বন্ধুবৰ্গৰ সেতে দুটা ভাগত ভাগ হৈ খেলে।ডম্বৰুধৰে প্ৰায়ে মুনীন্দ্ৰ অধিকাৰী,ধনীৰাম পাঠক, হৰি গোস্বামী, কন্দৰ্প শৰ্ম্মা, দামোদৰ পাঠক আদিৰ সৈতে একেটা দ'লতে খেলে।

মুনীন্দ্ৰৰ পিতাক কবিৰাজ বাবে তেওঁলোকৰ ঘৰৰ বাৰীৰ পিছফালে বহুতো ঔষধি গছৰ উপৰিও অনেক ফলৰ গছেৰে ভৰপূৰ হৈ আছিল।এদিন দুপৰীয়া আমৰ বতৰত দুয়ো বন্ধু আমৰ গছত উঠি হেঁপাহেৰে আম খাই থাকোঁতে কবিৰাজে বান্দৰ অহা বুলি ভলৈ আহি চিঞৰ-বাখৰ কৰি গুচি গ'ল।গছৰ ডাল পাতবোৰ ইমান ঘণ যে ডম্বৰুধৰ আৰু মুনীন্দ্ৰক পিতাকে দেখাই নাপালে।

তৃতীয় শ্ৰেণীৰ পৰীক্ষাৰ পিছত বৃত্তি পৰীক্ষা দিয়াবলৈ ডাঙৰ দাদাক ভৱেন্দ্ৰ মোহনে ডম্বৰুধৰক বৰপেটালৈ লৈ গ'ল। বৰপেটা চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত বৃত্তি পৰীক্ষাৰ কেন্দ্ৰ। তাতে সহ-পৰীক্ষাৰ্থী হিচাপে যোগেশ মহন্তৰ লগত তেওঁৰ চিনাকী হ'ল। যোগেশৰ দাদাক আকৌ ভৱেন্দ্ৰমোহনৰ সহপাঠী। অসমীয়া,অঙ্ক,আদি পৰীক্ষা হৈ যোৱাৰ পিছত 'আৰম্ভ হ'ল মৌখিক পৰীক্ষা।মৌখিক পৰীক্ষা পতা হ'ল পূব-ফালৰ শেষৰ কোঠাটোৰ বাৰান্দাত। দুয়োজন পৰীক্ষাৰ্থীৰ ককায়েকে বাহিৰৰ পৰা একান্ত মনে মৌখিক পৰীক্ষাৰ প্ৰশ্ন আৰু উত্তৰবোৰ শুনিলে। ভায়েকৰ গোটেইকেইটা মৌখিক শুদ্ধ হোৱাত ভৱেন্দ্ৰ মোহন বৰ প্ৰসন্ন হৈ পৰে যদিও যোগেশৰ পাঁচটাৰ ভিতৰত তিনিটাই ভুল হয়।

দণ্ডীৰামৰ বাঢ়ি অহা সংসাৰৰ বোজা ক্ৰমে গধুৰ হৈ পৰাত দুই এজন গঞাই তেওঁক এদিন ক'লে, "তো'ৰ ছলিকেটা ইমান ডাঙৰ হ'ল, তই দেখুন মাজে মাজে তাহাকে পাথৰত লাগ'বা পাৰা এ।"

কিছু সময় চিন্তা-ভাৱনা কৰি দণ্ডীৰামে উত্তৰ দিলে– "কথাটো হই ৰ'হ, মই প্ৰতি বছৰে সেটু কথাই ভাবু। এই বছৰৰ পৰে আহাক' খেতিতে লাগবো লাগব, কিন্তু পৰীক্ষাৰ পাছত দেখু তিনিটাই শ্ৰেণীত প্ৰথম, দ্বিতীয় হৈ বৃত্তি পাই থাকে। মইনু কি সতে তাহাক খেতিৰ কামোত লগ'উঁ ?

তাৰ কেইমাহমানৰ পিছত এদিন দণ্ডীৰামে সৰুপেটাৰ খাটৰ পৰা পোনে পোনেই বৰপেটা হৈ ঘৰলৈ যাবলৈ ওলাল। বৰপেটাত গৈ দণ্ডীৰামৰ খুড়া-শহুৰেক প্ৰখ্যাত ঘণশ্যাম কবিৰাজৰ মুখে শুনিলে যে ডম্বৰুধৰে বৃত্তি পাইছে! আনন্দত অধীৰ হৈ দণ্ডীৰাম ঘৰলৈ উভতি অহাৰ সময়ত বজাৰৰ পৰা এটা হাফ্ পেন্ট আৰু এটা চোলা লৈ আহিল। লগতে এটোপোলা বাটাচা আনিলে। ঘৰ পাই নঙলামুখৰ পৰাই অৱলাক চিঞৰি চিঞৰি মাত দিলে– "হে'ৰা,নাউঁবাপাই বৃত্তি পাইছে হে! হোঁ, এইটু মিঠাইৰ টপলা আৰু এইয'ৰা নাউঁবাপাৰ কাপোৰ। পিছদিনা আনন্দত অধীৰ হৈ শিক্ষাগুৰু হৰিনাথ শৰ্মা আৰু ধৰণীধৰ দেৱ মেধীয়ে দণ্ডীৰামৰ ঘৰলৈ আহি ডম্বৰুধৰক ভৱিষ্যতে ভালকৈ পঢ়ি ডাঙৰ মানুহ হবলৈ উপদেশ দিলে।

আচলতে বিৱাহৰ পূৰ্বে দণ্ডীৰামে কেইবছৰমান গদাধৰ নৈৰ পাৰৰ গৌৰীপুৰত বাস কৰিছিল। গৌৰীপুৰৰ ঐতিহ্যমণ্ডিত জমিদাৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ গৃহত তেওঁ গৃহ শিক্ষক হিচাপে কিছুদিন অতিবাহিত কৰে। জমিদাৰ পৰিয়ালৰ বিলাসী জীৱন আৰু সন্তানসকলক সকলো ফালৰে পৰা দিয়া শিক্ষা ব্যৱস্থা দেখি দণ্ডীৰাম অভিভূত হৈ পৰিছিল। ৰাণী সৰোজবালাৰ আশা আছিল-পুত্ৰ প্ৰমথেশ আৰু প্ৰকৃতীশক বিলাতলৈ উচ্চ শিক্ষাৰ বাবে পঠিয়াব! দণ্ডীৰামে সংসাৰ পাতি সন্তানৰ মুখ দেখাৰ পাছত মাজে মাজে ভাবে, তেওঁৰো সন্তানকেইটিক এবাৰ বিলাতলৈকে পঠিয়াব পৰাহেঁতেন! পিছে ক'তনো সম্ভৱ হব, যেন গছত কঠাল ওঠত তেল ! অৱশ্যে এতিয়া নাউঁবোপাকে বৃত্তি পোৱা খবৰটো যেন তেওঁৰ বাবে দূৰ আকাশত জিলিকি উঠা বিজুলীৰ চমকনি !

বাৰিষা পথাৰত ঠায়ে ঠায়ে এক আঠুমান পানী হ'লে মাছৰ উজান উঠে। দণ্ডীৰামে কেতিয়াবা পুতেকহঁতক লগত লৈ সৰু সৰু জালেৰে এক খালৈমান উজাই যোৱা কাৱৈ মাছ ধৰি আনে। মাজে সময়ে ডম্বৰুধৰে সহপাঠী দামোদৰৰ লগত জোক'দবা জান বা কোঠৰকুৰ নৈত বৰশী বাবলৈ গৈ আনন্দ মনেৰে গায়—

শিংৰাৰ মাক জাৰ্পৰী
তই হ'লি বৰ গিৰী
ধৰ শিংৰা ধৰ,
একে খোঁটে তল কৰ,
মাৰি দিওঁ বামতে পৰ'।

আঘোণ মাহৰ পূৰ্ণিমাৰ তিনিদিনমান আগৰে পৰা ৰাজাপাৰাৰ চেঙেলীয়া লৰাকেইটাৰ গাত ত'ত নোহোৱা হৈ পৰে; কাৰণ মহোহো বা ভাওল উৎসৱত ভাগ লৈ বাদ্দি চাপৰিত ভোজ-ভাত খাবলৈ যা-যোগাৰ কৰিবৰ সময় হয়হি ।

সেই বছৰো কন্দৰ্প, মুনীন্দ্ৰ, ডম্বৰুধৰ, দামোদৰ, ধনীৰামহঁত ওলাই আহিল। দামোদৰে শুকান ক'ল পটুৱাৰে গাটো মেৰাই ভালুক সাজি ল'লে।তাৰ পাছত এফালৰ পৰা গঞা ৰাইজৰ চোতালে চোতালে ভালুকৰ দৰে ভাও দি দি নাচিলে আৰু সমনীয়াবোৰে তেওঁক বেৰি লৈ গীত জুৰিলে--

আওৰি মোহোহো, মহ খেদবা যাউছো।
ম'হ বোলে মই দাবুৱা, তেপৰ মূৰা খাবুৱা॥
তেপৰিত নহ'ল নুন, চাউলে কঠি ডুনে ডুন।
চাউলেদি দিলু খৰি, আতাৰ ঘৰ লৰি চৰি॥

গীত শেষ হোৱাত কন্দৰ্পই আশীৰ্বাদ পৰ্বত লগাই দিলে—

ভাল হওঁক— হওঁক।
কুশল হওঁক— হওঁক।
গোলিৰ গৰু বাঢ়ক- ---বাঢ়ক।
ভাখৰিৰ ধান বাঢ়ক ——বাঢ়ক।
গৃহস্থে এটা পইচা দিবৰ শক্তিমন্ত কৰক — কৰক ।
জয় ৰাম বোলা—— জয় হৰি বোলা ।

মহোহো গীত গাই গাই দ'লটোৰ প্ৰায় একুড়িমান ধন গোট খালে। কেতবোৰ গিৰিয়ে আকৌ ধনৰ সলনি চাউল, বাৰীৰ শাক-পাছলি আদি দি সেৱা ল'লে। সকলোবোৰ গোটাই মিলি দ'লটোৱে জোকডবা জানলৈ গৈ ভোজ-ভাত খালে।

নগাঁও প্ৰাথমিক বিদ্যালয়ৰ শেষান্ত পৰীক্ষাৰ পিছত উনৈশ-শ তেত্ৰিশ খৃষ্টাব্দৰ জানুৱাৰী মাহত ডম্বৰুধৰক পিতাকে ভেল্লাৰ মধ্য ইংৰাজী বিদ্যালয়ত নাম লগাই দিলে। তেতিয়া বিদ্যালয়খনৰ প্ৰধান শিক্ষকৰ দায়িত্বত আছিল-তৰুণ চন্দ্ৰ দাস। ইংৰাজী বিষয়টো পঢ়াইছিল কৰুণা কান্ত শৰ্মাই। তেখেতে ভাল ইংৰাজী পঢ়ায় বুলি ইতিমধ্যে অঞ্চলটোত নাম বৈ-বৈ গৈছে। ডম্বৰুধৰে ভেল্লা মাধ্যমিক ইংৰাজী বিদ্যালয়ৰ তৃতীয় শ্ৰেণীৰ ক-শাখাত

বহিল। ভয়, লাজ আৰু শংকাই প্ৰথম পিৰিয়দটোত তেওঁক জুমুৰি ধৰিছিল যদিও সেই সময়খিনি কোনোমতে পাৰ হৈ গ'ল। দ্বিতীয় পিৰিয়দত আছিল-ইংৰাজী। হাতত চ'ক, পেঞ্চিল আৰু চেকনি লৈ এজন সুষ্ঠ সুঠাম, পাতল স্বাস্থ্যৰ চুটি-চাপৰ শিক্ষক তীব্ৰ বেগেৰে আহি শ্ৰেণীত সোমাল। ছাত্ৰসকলে থিয় হৈ নমস্কাৰ জনালে। ডম্বৰুধৰৰ কাষতে বহা ৰইছুউদ্দিনক তেওঁ সৰুকৈ সুধিলে— 'এখেত কোনজন ছাৰ ?' তেওঁ ক'লে— 'চেকেণ্ড মাষ্টৰ করুণাকান্ত শৰ্ম্মা।' অ' বুলি ডম্বৰুধৰে মনতে ভাবিলে-তাৰ মানে ইমান দিনৰ পৰা শুনা নামটোৱে! শ্ৰদ্ধাত তেওঁৰ শিৰ নত হৈ পৰিল। শিক্ষকগৰাকী শ্ৰেণীত সোমায়ে ক্ৰমান্বয়ে ৰোল নম্বৰবোৰ মাতি ছাত্ৰসকলক থিয় কৰাই চা-চিনাকি হৈ ল'লে। ডম্বৰুধৰৰ ৰোল নম্বৰ পৰাত তেওঁ সুধিলে-'তুমি বৃত্তি পাইছা নহয়, দিয়া এতিয়াৰে পৰা আৰু ভালকৈ পঢ়িবা।'

ৰাজাবাৰীৰ পৰা ভেল্লালৈ প্ৰায় আঢ়ৈ মাইলৰ বাট। বাট-পথৰ অৱস্থা নাই। বাৰিষা কিতাপ ফলি মূৰৰ ওপৰত তুলি খাল, ডোং কোনোমতে পাৰ হৈ পঢ়াশালিলৈ যায়। এদিন ঘৰৰ পৰা ওলাওতে দেখিলে ধুতি, কুৰ্তা আৰু বগা টুপী পিন্ধা ব্যক্তি কেইজনমান মহেন্দ্ৰ মোহন চৌধুৰীৰ বাসভৱনত লগ লাগিছেহি। ডম্বৰুধৰে ৰ' লাগি কিছুপৰ চাই ৰ'ল। ইপিনে মহেন্দ্ৰ মোহন চৌধুৰীয়েও ধুতি, কামিজ আৰু বগা টুপী পিন্ধি ভিতৰৰ পৰা ওলাই আহিল আৰু সমৱেত মানুহখিনিৰ লগত কিবাকিবি আলোচনা কৰিলে। চৌধুৰীদেৱে লগাই দিলে— বন্দে মাতৰম, বন্দে মাতৰম। মানুহখিনিয়ে চিঞৰিলে- বন্দে মাতৰম, এনেতে পঢ়াশালিৰ কথা মনত পৰাত তেওঁ ধাপলি মেলিলে।

চেকেণ্ড-মাষ্টৰ করুণা কান্ত শৰ্মাই গ্ৰীষ্ম বন্ধ, পূজা বন্ধ, পৰীক্ষাৰ বন্ধতো নিজ ঘৰৰ পৰা তিনি মাইল খোজ কাঢ়ি আহি বিনা মাচুলে ছাত্ৰসকলক শিক্ষা দান কৰেহি। গ্ৰীষ্ম বন্ধৰ প্ৰথম দিনা আটোৱাৰ ৰহমান,ৰইছউদ্দিন আহমেদ, কালী মোহন ঠাকুৰীয়া, হৰমোজ আলী আৰু ডম্বৰুধৰে বিদ্যালয়ৰ চৌহদত থকা ঔ গছডালত উঠি শিলা গাওঁৰ ফালৰ পৰা আহিবলগীয়া চেকেণ্ড-মাষ্টৰলৈ ডিঙি মেলি মেলি চাই আছে। হঠাতে কালীমোহনে আহিছে, আহিছে বুলি গছৰ পৰা তৎক্ষণাত নামি আহি শ্ৰেণীত সোমাল। লগে লগে বাকীবোৰ সহপাঠীও নামি আহি সন্মুখত কিতাপ উলিয়াই ল'লে।

"অ' আহিছা তোমালোক, বাৰু আমি আজি ভাৰ্বেল নাউন আৰু জিৰাণ্ডৰ

বিষয়ে আলোচনা কৰিমহঁক। ডম্বৰুধৰ, আহাচোন বৰ্উলৈ............।" উনৈশ-শ চৌত্ৰিশ খৃষ্টাব্দৰ এপ্ৰিল মাহত মহাত্মা গান্ধী সংগঠনৰ কামত দ্বিতীয়বাৰ অসমলৈ আহে। সেইবাৰে সেৱাদ'লে যোৰদাৰ প্ৰচাৰ চলালে। গাওঁবোৰৰ ভিতৰে-বাহিৰে সেৱাদ'লৰ মানুহ গৈ সকলোকে বৰপেটা চহৰৰ পূৱে ন-খন্দা নৈৰ পাৰৰ মুকলি পথাৰলৈ যাবলৈ আহ্বান জনালে। ডম্বৰুধৰেও চাইকেলেৰে গৈ সেইখিনি পালেগৈ।বিপুল জনতাৰ সন্মুখত হিন্দীত গান্ধীজীয়ে ভাষণ দিলে। তেখেতৰ বক্তৃতা অসমীয়ালৈ ভাঙনি কৰি শুনালে গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ দেশপ্ৰাণ পীতাম্বৰ দেৱ গোস্বামীয়ে। গান্ধীজীৰ লগত ৰাজকুমাৰী অমৃত কৌৰো আহিছে। গান্ধীজীৰ আহ্বানত সভাত উপস্থিত থকা মহিলাসকলে গাৰ পৰা একোপাতকৈ সোণৰ অলংকাৰ খুলি হৰিজন সেৱক সংঘৰ কামৰ বাবে উৎসৰ্গা কৰিলে। ধুৰি আহি ঘৰ পোৱাত বহুত ৰাতি হ'ল। ইফালে মাকৰ চিন্তাত ত'ত নাই।

বাৰিষা গোটেই নগাঁও অঞ্চলটো জলমগ্ন হৈ পৰে। মাজে মাজে নৌকা বিহাৰলৈ যোৱাতো অঞ্চলটোৰ মানুহখিনিৰ বৰ চখ। পানীয়া বায়ন, ঠানুৰাম পাঠক, দণ্ডীৰাম পাঠক আদি পাঁচ-ছয়জনকৈ ব্যক্তি গোট খাই চাউল, ডালি, মাছ, মাংস আৰু পাম্প দিয়া ষ্টোভ এটা লগত লৈ নাওত উঠিল। লগত ল'লে তবলা, হাৰমনিয়াম, বাঁহী, তাল, ধোল, খোল আদি বাদ্যযন্ত্ৰ। সন্ধিয়াৰ জোনাকৰ পোহৰত নৌকা আগুৱাই যোৱাৰ লগে লগে ৰিব্‌ ৰিব্‌ বতাহৰ মাজত আৰম্ভ হ'ল গান-বাজনা। এসপ্তাহৰ পিছত ভবেন্দ্ৰ মোহন, পৱিত্ৰ মোহন, ডম্বৰুধৰ, ৰামেশ্বৰক লৈ দণ্ডীৰামে নৌকা বিহাৰলৈ ওলাল। কামৰূপীয়া লোক-গীতৰ সুৰে আকাশ বতাহ মুখৰিত কৰি তুলিলে।

বৰপেটা চহৰখন ঘেৰি আছে- চাউলখোৱা, কালদিয়া, নখন্দা, ভেলেঙ্গী আৰু দক্ষিণে বৈছে লুইত। বাৰিষা কেউখননৈৰ জলৰাশিয়ে সাগৰ সদৃশ কৰি তোলে অঞ্চলটো। নৈৰ পানীবোৰ উভতি বৈ জান, খাল হোলাবোৰ পানীৰে ওপচি পৰে। বেকী, মানাহ আৰু ব্ৰহ্মপুত্ৰৰ পাৰবোৰ খহাই নৈৰ বুকুত কাঠবোৰ ভাঁহি উঠে। নাওৰে কাঠবোৰ গোটাবলৈ ৰাইজে হেতা-ওপৰা লগায়। নগাঁওৰ ওচৰেৰে বৈ যোৱা কোঠৰকুৰ নৈখনতো বাৰিষা কাঠবোৰ উটি-ভাঁহি আহে। ৰাজাবাৰীৰ কাণসমনীয়া বন্ধুবোৰৰ লগত ডম্বৰুধৰেও কাঠ ধৰিবলৈ যাওঁতে মনত ভাব হ'ল কোঠৰকুৰ নৈৰ নামতো বাৰু কেনেকৈ হ'ল। এই প্ৰশ্নৰ উত্তৰত শিক্ষক তৰুণ চন্দ্ৰ দাসে কৈছিল— 'গুৱাহাটীৰ ৰণত জিকি মান সৈন্যবোৰ দুভাগত বিভক্ত হৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণপাৰৰ স্থলপথেদি অগ্ৰসৰ হৈছিল। এজাক মান সৈন্য ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতিয়েদি আগুৱাই গ'ল আৰু আনজাক মান সৈন্য

হাজোৰ পৰা চাউলখোৱা নৈয়েদি নাৱৰে ভটিয়াই আহিল। বাটত তেওঁলোকে গাঁও-ভূঁই লুটি পুটি লণ্ড-ভণ্ড কৰিছিল। কেৱল মানুহ মাৰি-কাটি অঙ্গছেদ কৰিয়ে ক্ষান্ত নাথাকি-গৰ্ভৱতী তিৰোতাৰ পেট ফালি সন্তান উলিয়াই, ৰং চাইছিল। কেচুৱা লৰা-ছোৱালীক আম গছলৈ দলিয়াই দি ফল পাৰি খাইছিল। আমাৰ দেশৰ কিছু বদন সদৃশ লোকে মানক সহযোগ কৰি জাতি-ভাইক অত্যাচাৰ কৰিছিল। তেওঁলোকক দুৱণীয়া বুলিছিল। ইফালে মান সৈন্যই চেঙা আক্ৰমণ কৰিবলৈ অহা বুলি শুনি চেঙাৰ চৌধুৰী শ্যামনাথ, জয়ানন্দ আৰু শ্ৰীনাৰায়ণে কিছুমান মানুহ সংগ্ৰহ কৰি শুভা নামৰ ঠাইত মানক বাধা দিবলৈ গ'ল যদিও মানৰ সন্মুখত তিষ্ঠিব নোৱাৰি পিছ হুহকি আহি চেঙাৰ ওচৰত কোঠ মাৰিলে। এইবাৰো মান আগুৱাই আহি চেঙা আক্ৰমণ কৰাত পুনৰ যুদ্ধ হ'ল। এই যুঁজ বামত আৰু চাউলখোৱা নৈত হৈছিল। কোঠৰ ওচৰত চাউলখোৱা নৈৰ যি ঠাইত এই জলযুদ্ধ হৈছিল, সেই ঠাইডোখৰক "কোঠৰকূৰ" বোলা হয় ।"[২]

ইফালে কামেশ্বৰ সূতে দুমাহৰো আগৰে পৰা খেল-নাও এখন সাজি আছে। যিমানে সময় আগবাঢ়িছে, সিমানে সূতৰ বটালি আৰু হাতুৰিৰ কোবৰ গতি খৰতৰ হৈ পৰিছে। বৰপেটা কীৰ্ত্তন মহোৎসৱৰ দিনা নাওখেলত ভাগ লবলৈ বৰপেটা চহৰৰ হাটীসমূহৰ উপৰিও ওচৰ পাজৰৰ গাঁওসমূহৰ ৰাইজৰ গাত ত'ত নোহোৱা হৈ পৰে। এইবাৰ নগাঁওৰ দ'লটোত হেনো নাওৰ আগৰ গুৰিয়াল হ'ব ধনেশ্বৰ দাস আৰু পিছৰ গুৰিয়াল হব গাঠিয়া সাউদ। গীত লগোৱা কনাকাটা মনোহৰি পাঠকতো আছেই। পিছে ৰামেশ্বৰ পাঠকো লাহে লাহে পৈণত হৈ উঠিছে।

ইতিমধ্যে কামেশ্বৰ সূতে হেঙুল-হাইতালেৰে সজাই পৰাই নাওখন বৰপেটালৈ লৈ আহিল। নাওখেল আৰম্ভ হ'ল। জানৰ পাৰত দণ্ডীৰামে পৱিত্ৰমোহন আৰু ডম্বৰুধৰক লৈ বহু সময়ৰ আগৰে পৰা নাওখেল চাবলৈ বৈ আছে। ডেকাসকলে বঠাৰ চাবে চাবে তাল ৰাখি গীত গোৱা দৃশ্যই সকলোকে ৰোমাঞ্চিত কৰি তুলিছে। নগাঁওৰ পিছ পৰি থকা নাওখনে লাহে লাহে আনবোৰক চেৰ পেলাই আগ বাঢ়িল। গীতৰ ছন্দে ছন্দে মনোহৰিয়ে গোৱা গীতৰ কেইশাৰীমান ডম্বৰুধৰইঁতেও আওঁৰাব ধৰিলে—

বাছা নন্দৰ দুলাল  
অত ৰাতি ধেনু চাৰে মোৰ  
কাৰে ঘৰৰ ছাৱাল।  
বাছা নন্দৰ দুলাল।

পিছবেলা মৰানৈত পত্তা ভাঙৰ নাও খেলতো মনোহৰিয়ে গগালে—

কানাই পাৰ কৰা হে, এ বেলিৰ পৰিল ছায়া
নষ্ট হৈলো দধিৰ ভাণ্ড, বাজাৰ হৈলো বয়া।
অন্য ৰাধেক পাৰ কৰিলে লও আনা আনা।
তই ৰাধেক পাৰ কৰিলে লম কাণৰ সোণা।

পুনৰ গালে—

হায় ৰে মোৰ মলুৱাৰে, ও মোৰ মলুৱাক কোনে মাৰিলে
হায় মোৰ, হায় মোৰ মলুৱাৰে।

ভাদ মাহত বৰপেটাৰ আকাশে বতাহে ভাঁহি উঠে হৰি নাম। সত্ৰ আৰু নামঘৰবোৰ ভক্তবৃন্দৰে ভৰপূৰ হৈ পৰে। প্ৰতি বছৰৰ দৰে এই বছৰো দণ্ডীৰাম সপৰিয়ালে শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তিমণ্ডিত পুন্যধাম পাটবাউসী থানলৈ ওলাল। গুৰুজনাৰ স্মৃতি বিজড়িত কেইপদমান সামগ্ৰী সেই থানত সযত্নেৰে সংৰক্ষিত কৰা আছে। বুঢ়া ভকতে সামগ্ৰীসমূহ পৰিয়ালটোক দেখুৱালে। সাঁচি-পতীয়া পুথি, গুণমালা, দশম স্কন্ধ ভাগৱত, নিমি নৱসিদ্ধ সংবাদ, গুৰুজনাৰ ৰচিত অঙ্কীয়া নাটকেইখনৰ প্ৰতিলিপি, মাধৱদেৱ বিৰচিত ভক্তি ৰত্নাৱলী, ৰামচৰণ বিৰচিত কংসবধ নাট আৰু দৈত্যাৰি ঠাকুৰৰ স্যমন্তক হৰণ নাট, গুৰুজনাৰ পদশিলা, মহাৰাজ নৰনাৰায়ণ প্ৰদত্ত গুৰুজনাৰ শৰ্য্যা-সম্ভাৰৰ কিছু অংশ, গুৰুজনাৰ বৰপীৰাখন, গা-ধোৱা শিলটো আৰু গুৰুপত্নী কালিন্দী আইয়ে ব্যৱহাৰ কৰা কৰৈ কাঠৰ খাট পালেংখন।

সামগ্ৰীবোৰ দেখি ডম্বৰুধৰ অভিভূত হৈ পৰিল। কিছুপৰ নিমাতে থাকি তেওঁ বুঢ়া ভকতক সুধিলে, "আতা গুৰুজনা এই ঠাইলৈ কেতিয়া আহিছিল ?" শিশুটিৰ প্ৰশ্নত প্ৰসন্ন হৈ বুঢ়া ভকতে ক'লে-শুনা বাপ, বৰপেটাৰ চুণপোৰা ভিঠিৰ তোৰণত থকা ফলকৰ মতে শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰপেটা আগমন চৌধশ বাসত্তৰ শকত। পিচে, কথাগুৰু চৰিতত বৰপেটাত গুৰুজনাৰ জীৱন-লীলা ক্ৰম কাপলাত আধা বৰ্ষ, পথে বিশ দিন অতিবাহিত,চুণ-পোৰাত আধা-বৰ্ষ, কুমাৰকুছিত এক বৰ্ষ আৰু পাটবাউসীত চৈধ্য বৰ্ষ বুলি উল্লেখ আছে। সেই হিচাপে মুঠ ষোল্ল বছৰ হয়। তাৰ পাছৰ দুবছৰমান বেহাৰত থাকি চৈধশ নব্বৈ শকৰ ভাদ মাহত গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণ ঘটে। গতিকে, এনে হিচাপত মহাপুৰুষ

গৰাকীৰ বৰপেটা আগমন চৈধেশ সত্তৰ শকৰ কাতি কিম্বা আঘোণ মাহত যদিও আমাৰ সত্ৰৰ হিচাপত গুৰুজনা পাটবাউসীতে চাৰে ওঠৰ বছৰ থাকে।"

উনৈশ- শ সাতত্ৰিশ খৃষ্টাব্দত ভেল্লা মাধ্যমিক ইংৰাজী বিদ্যালয়ৰ পৰা ডম্বৰুধৰে প্ৰথম বিভাগত মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হোৱাত সেইবাৰো ৰাজাপাৰা চুবুৰীত বাসিণ্ডাসকল আনন্দত অধীৰ হৈ পৰিল। ভেল্লা বিদ্যালয়ৰ শিক্ষকদ্বয় তৰুণ চন্দ্ৰ দাস আৰু কৰুণা কান্ত শৰ্মাই বৰ সন্তোষ লভিলে। তেওঁলোকে ডম্বৰুধৰক উপদেশ দিলে– যাতে বৰপেটা হাইস্কুললৈ গৈয়ো তেওঁ অধিক মনোযোগেৰে পঢ়া-শুনা কৰে।

ডম্বৰুধৰে বৰপেটালৈ গৈ ককায়েক পবিত্ৰমোহনৰ লগত একেলগে ন-হাটীৰ গোলোক দাসৰ বাহাত থাকিবলৈ লয়। আইতক হৰেশ্বৰীও অভিভাৱক হিচাপে তেওঁলোকৰ লগতে থাকে। দণ্ডীৰামে প্ৰতি মাহতে গৰুৰ গাড়ীৰে শুকান খৰি, চাউল, ৰচদ-পাতি আদি আনি পুতেকহঁতক দি থৈ যায়হি।

বৰপেটাত প্ৰথমদিনা শ্ৰেণীত বহোঁতেই একেলগে বৃত্তি পৰীক্ষাত বহা যোগেশ মহন্তক নেদেখি ডম্বৰুধৰ নিৰাশ হ'ল। সম্ভৱতঃ যোগেশ আন কোনো বিদ্যালয়ত ভৰ্ত্তি হৈছে। তাৰ পিছত উত্তম চন্দ্ৰ তহবিলদাৰ, আৰফান আলী, দয়াল দাস, চিত্ত দাস, সুৰেশ দাস, ভবেন তালুকদাৰ, ভুবনেশ্বৰ দাস আদি সহপাঠীসকলৰ লগত চিনাকী হৈ পৰিল।

বিদ্যালয়খনৰ প্ৰধান শিক্ষকৰ নাম-গিৰীশ চন্দ্ৰ ৰায় চৌধুৰী। তেওঁ যথেষ্ট ব্যক্তিত্ব সম্পন্ন লোক, সকলো ছাত্ৰই তেওঁক ভয় আৰু সন্মান কৰে। ছাত্ৰসকলৰ পঢ়া-শুনাৰ উপৰিও স্বাস্থ্য, স্বভাৱ-চৰিত্ৰৰ প্ৰতিও তেওঁ অনবৰতে নজৰ দিয়ে। তেখেতে সকলো কথাতে নিয়মানুবৰ্তিতা মানি চলা ব্যক্তি বাবে কেৱল বিদ্যালয়েই নহয় সামাজিক কেৰোণবোৰো তেওঁৰ চকুত পৰে। বজাৰে-ঘাটে তেওঁ অনবৰতে অশ্লীল শব্দৰ প্ৰয়োগ শুনি এদিন তেওঁৰ নেতৃত্বত ছাত্ৰসকলৰ এক সমদ'ল উলিয়ালে। সমদ'লটোৱে অশ্লীলতা বৰ্জনৰ বাবে ৰাইজক আহবান জনালে।

এনেতে ছমহীয়া পৰীক্ষাৰ ফলাফল ঘোষণা হোৱাত ডম্বৰুধৰ শ্ৰেণীৰ ভিতৰত প্ৰথম হ'ল। খবৰটো শুনাৰ পিছতে উত্তমে বিদ্যালয়ৰ ফুলনি বাৰীৰ পৰা বাঁহৰ কামি এডাল উঘালি আনি ডম্বৰুধৰক উৰাই-ঘূৰাই কোবালে। কোবাই কোবাই ক'লে– বেটা বাজেগাঞা, তই প্ৰথম হ'বা আইচাহ!

তাৰ পিছৰ শ্ৰেণীটো গণিতৰ। গণিত পঢ়াই— কালীৰাম তহবিলদাৰে। ডম্বৰুধৰে ভয়তে 'ছাৰক' কথাটো লগাই দিলে। কালীৰাম তহবিলদাৰে পুতেক উত্তমক সহপাঠীসকলৰ আগত থিয় কৰাই লৈ দুয়োখন হাতৰ তলুৱাত দহ বেতকৈ দিলে আৰু ভৱিষ্যতে তেনে নকৰিবলৈ সাৱধান কৰি দিলে। বছৰেকীয়া পৰীক্ষাতো ডম্বৰুধৰ প্ৰথম হ'ল। দ্বিতীয় হয় অচ্যুৎ শৰ্ম্মা আৰু তৃতীয় হয় মহেন্দ্ৰ চন্দ্ৰ দাস।

আকস্মিক বক্তৃতা আৰু তৰ্ক প্ৰতিযোগীতাত ডম্বৰুধৰে সদায়ে ভাগ লয়। এবাৰ শিক্ষক কালীৰাম বৈশ্যই এটা কৃত্ৰিম সংসদৰ বিষয় বাচিলে— "গঙ্গাটোপ মসৎ ভাৰতভূমিৰ পৰা অৱলুপ্তিৰ বাবে চৰকাৰে অনতি-পলমে ৰক্ষণা-বেক্ষণ দিব লাগে"। এই প্ৰস্তাৱৰ সমৰ্থনত ডম্বৰুধৰে যথেষ্ট যুক্তি প্ৰদৰ্শন কৰি প্ৰথম পুৰস্কাৰ পোৱাত ইংৰাজী পঢ়োৱা কালীৰাম বৈশ্য বৰ প্ৰসন্ন হৈ পৰে। কালীৰাম বৈশ্যই বিদ্যালয়ত মাত্ৰ এম, ভিলৈকে শিক্ষা লৈছিল। এম, ভিৰ পৰা ইংৰাজী আৰু ইতিহাসৰ স্নাতকোত্তৰ পৰীক্ষালৈকে তেখেতে গৃহতে অধ্যয়ন কৰি পৰীক্ষাত উত্তীৰ্ণ হয়। তেখেত নিষ্ঠা আৰু আদৰ্শৰ প্ৰতীক। ডম্বৰুধৰৰ ইংৰাজী ভাষাত কিছু বুৎপত্তি থকা দেখি তেখেতে পুথিভঁড়ালৰ পৰা বচা বচা গ্ৰন্থসমূহ প্ৰিয় ছাত্ৰজনক পঢ়িবলৈ উপদেশ দিয়ে। গ্লিমচেচ্ অফ্ দ্যা ওৱৰ্লড হিষ্টৰি, লেটাৰ টু দ্যা ডটাৰ্— জাৱাহৰলাল নেহৰু, পিক উইক্ পেপাৰচ্—ডিকেন্স্ আদি গ্ৰন্থ ডম্বৰুধৰে অষ্টম-নৱমমান শ্ৰেণীতে পঢ়িলে।

দুবছৰ ন-হাটীত থকাৰ পিছত ককায়েক পৱিত্ৰমোহনে প্ৰৱেশিকা পৰীক্ষা পাছ কৰাত মৰা-চাউলখোৱা নৈৰ উত্তৰ পাৰৰ আত্মীয় কমলা কান্ত দাসৰ ঘৰত তেওঁ অকলেই থাকিবলগীয়া হৈ পৰিল।

কীৰ্ত্তন ঘৰৰ কাষতে ডম্বৰুধৰৰ সহপাঠী দয়াল আৰু চিত্তৰ ঘৰ। এদিন দয়ালৰ ঘৰত ডম্বৰুধৰক দয়ালৰ পিতাক ব্ৰজনাথ দাস ওৰফে সূত্ৰধাৰ বংশৰ জীউৰাম বেপাৰীয়ে আৰু চিত্তৰ পিতাক ক'লীচৰণ বেপাৰীয়ে পুৰণি কথাবোৰ ক'লে- "পোন্ধৰশ পাঁচ শকত কীৰ্ত্তনঘৰ নিৰ্মাণ কৰা হয়। ৰাম লাডুৱা বুঢ়াৰ পৰা গোপাল তাঁতীয়ে সেই ডোখৰ মাটি দানত পাইছিল। কীৰ্ত্তনঘৰ প্ৰতিষ্ঠা হোৱাত মাধৱদেৱে তাত বন্তি জ্বলাই হৰিনাম প্ৰসঙ্গ পাঠ কৰি গুৰুচৰিত বৰ্ণনা কৰিছিল। কৃষ্ণ আতৈয়ে বিতোপন ৰঙিয়াল গৃহ এটি নিৰ্ম্মাণ কৰালে। গোপাল তাঁতীৰ সকলো কামতে প্ৰসন্ন হৈ মহাপুৰুষ মাধৱদেৱে তেখেতক

"মথুৰাদাস" নামকৰণ কৰি আতাসকলৰ মাজত শ্ৰেষ্ঠ স্থান দি "বুঢ়া আতা" উপাধিৰে সন্মানিত কৰিছিল। ৰঙিয়াল গৃহটি ধৰ্ম প্ৰচাৰৰ উপৰিও সুকুমাৰ কলাৰো শিক্ষাকেন্দ্ৰ হৈ উঠিল।

বৰপেটা সত্ৰখন উত্তৰা হাটী, দক্ষিণ হাটী আৰু ন-হাটী-এই তিনিখন মূল হাটীত বিভক্ত কৰি তাৰ অধীনত বাইশখন শাখা হাটী প্ৰতিষ্ঠা কৰে। প্ৰতিখন হাটীতে একোটাকৈ ধন-ভঁৰাল পাতে আৰু এনেদৰে বিশ্বৰ ভিতৰত পোন প্ৰথমবাৰৰ বাবে বেঙ্ক পদ্ধতিৰ সূত্ৰপাত হয়। বুঢ়া আতাই আৰু বহুতো নিয়ম প্ৰণালী প্ৰৱৰ্তন কৰি থৈ গৈছে। মথুৰাদাসৰ এশ একাৱন্ন বছৰীয়া (১৪১২-১৫৬৩ শ'ক) সুদীৰ্ঘ জীৱন কালত এইখন থানৰ নাম তাঁতীকুছিৰ পৰিবৰ্তে 'বৰপাট' হৈছিল বুলি অনুমান হয়। বৰ মানে শ্ৰেষ্ঠ আৰু পাট মানে (ধৰ্মৰ) বেদী। পৰবৰ্তি কালত বৰপাট নামটো বৰপাটা আৰু তাৰ পিছত বৰপেটা নামলৈ পৰিবৰ্তিত হ'ল।

একবিংশ শতিকাৰ দুৱাৰ দলিতো বৰপেটাৰ সমাজখনৰ প্ৰকৃতিৰ বিশেষ পৰিবৰ্তন নহ'ল। উনৈশ-শ উনৈশ খৃষ্টাব্দৰ সতাইশ ডিচেম্বৰত বৰপেটা'ত অনুষ্ঠিত আসাম এচোচিয়েচনৰ ষোড়শ অধিৱেশনৰ সভাপতি প্ৰয়াত পদ্মনাথ গোহাঁঞি বৰুৱাই ভাষণ প্ৰসঙ্গত কৈছিল— "...একে আষাৰে চমুকৈ ক'বলৈ লাগিলে, অসমীয়াৰ অসমীয়াত্ব নিখুঁতকৈ কোনোবা অসমীয়াৰ গাত বৈছে যদি, সি বৰপেটীয়া অসমীয়াৰ গাতে। আও-ভাও, চলন-ফূৰন, আচাৰ-ব্যৱহাৰ সকলোৰে বৰপেটীয়া অসমীয়াৰ গাত বিশেষত্ব আছে। ইয়াৰ মূল কাৰণ হৈছে, শঙ্কৰীয়া সমাজ-সংস্কাৰৰ চিনচাব বৰপেটীয়া অসমীয়াৰ গাত যিমান ডাঠকৈ বহিছিল, আন অসমীয়াৰ গাত সিমানকৈ বহা নাছিল।

তদুপৰি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পাটবাউসীত থকা কালত কোঁচ ৰজা নৰনাৰায়ণক উপঢৌকন স্বৰূপে দিয়া বৃন্দাবনীয়া বস্ত্ৰখনো তাঁতীকুছিতে তৈয়াৰ কৰা।"

ৰচনা প্ৰতিযোগিতাতো ডম্বৰুধৰে ভাগ লৈ সদায়ে প্ৰথম হোৱা বাবে অসমীয়া বিষয় পঢ়োৱা ভগৱান দাস, সংস্কৃত পঢ়োৱা হৰিচন্দ্ৰ গোস্বামী আৰু ভূগোল পঢ়োৱা মণিৰাম চৌধুৰীয়ে ডম্বৰুধৰক সদায়ে উৎসাহিত কৰে। সাধাৰণতে কোনো গল্প, উপন্যাস বা জীৱনী পঢ়ি সেই পুথিৰ আৱশ্যকীয় বুলি ভবা অংশ তেওঁ বহীত সযত্নে লিখি থয়। বৰপেটাৰ হোলী উৎসৱৰ বিষয়ে লিখা ৰচনাখনত ৰজনীকান্ত বৰদলৈৰ মনোমতী উপন্যাসত

উল্লেখ থকা মানৰ দিনৰ(১৮২৪-২৫ খৃঃ)বৰপেটাৰ হোলী উৎসৱৰ বিৱৰণৰ কিছু অংশ তুলি দিছিল- "আজিৰ দিনৰ ফাকুৱাত কীৰ্ত্তনঘৰত যিদৰে উৎসৱ পালন হয়, সেই সময়তো কৰা হৈছিল। কীৰ্তন ঘৰৰ চৌহদত হাজাৰ হাজাৰ লোক থুপ খায়। ওচৰ-পাঁজৰৰ গাঁও-ভূঁইৰ পৰা ডেকা-গাভৰু, বুঢ়া-বুঢ়ী বাট বুলি বুলি আৰু ঠাই বিশেষে নাওত উঠি ফাকুৱা চাবলৈ গৈছিল। গায়ন, বায়ন ঢুলিয়াৰ বাজনাৰ মাজত নিৰ্দিষ্ট সময়ত দৌল গোবিন্দক দৌলৰ পৰা নমায় আৰু খাটোলাত বহুৱায়। তাৰ পাছত শোভাযাত্ৰা আৰম্ভ কৰা হয়। দোলাভাৰীসকলে গোসাঁইক এখন চোদালাত তুলি কান্ধত লয়। ইতিমধ্যে বাৰাদিৰ পৰা ঘুনুচা আহি শোভাযাত্ৰাত লগ হয়। হাটীৰ ভকতসকলে হোলী গীত গাই আত্মহাৰা হয়-ফাকুগুৰি আৰু কুম্কুম ফিচ্‌কাৰি মাৰি সকলো ৰাঙলী হয়। গণককুছিৰ দক্ষিণ পথাৰত মহাপ্ৰভুৰ খাটোলা নমায়। সেই সময়ত পাট বাউসীৰ পৰাও দৌলৰ গোঁসাই কীৰ্ত্তনঘৰলৈ আহি গণককুছিত লগ লাগেহি। "হেক্‌তা খোৱা" উৎসৱৰ পাছত গোঁসাইক কীৰ্ত্তনঘৰলৈ প্ৰত্যাবৰ্ত্তন কৰোৱায়।

গাঁৱৰ লোকে নাৱেৰে ঘৰলৈ উভতি যাওঁতে নাম গাই যায়। ঘোষা :

"কৈত পাইবো প্ৰাণ গোপাল আমি।
হৰাইলোঁ অৰুণ লোচন স্বামী॥"

* * *

"ইবাৰে উদ্ধাৰ কৰা মোকে।
এ হে গোপীনাথ বাৰেক উদ্ধাৰ কৰা মোকে।"

বৰপেটাত পঢ়ি থাকোঁতে ডম্বৰুধৰে দুবাৰো হোলী উৎসৱত ভাগ লয়। আনন্দত আত্মহাৰা হৈ ভক্তবৃন্দৰ সতে তেওঁ গায়—

ফাগু খেলে কৰুণাময়
এ নন্দ কুমাৰ।
দেৱৰ দুৰ্লভ কেলি
ফাগুৰ বিহাৰ॥"

—মাধৱদেৱ।

ৰঙৰ আবীৰ লৈ ডম্বৰুধৰ, দয়াল, চিত্ৰইঁতে হাজাৰ হাজাৰ ভক্তগণৰ সতে ইজনে সিজনৰ গালে মুখে ফাগু সানি হোলী গীতত আকাশ-বতাহ মুখৰিত কৰে—

আজি বৰপেটা বৰ ধামে চৌদিশে ফাগু উৰে
আবীৰ চন্দন বদনতে॥

উনৈশ-শ আঠত্ৰিশ খৃঃৰ বহাগ বিহুৰ পাছুতে দণ্ডীৰামৰ প্ৰথমা কন্যা সাৱিত্ৰীৰ বিৱাহ হয়। নগাঁওৰ ওচৰৰে বহৰী গাঁওৰ যোগেশ্বৰ তালুকদাৰে সাৱিত্ৰীক বিবাহ কৰে। এবছৰৰ পিছত দণ্ডীৰামে পুনৰ দৈৱকী আৰু অক্ষয়ৰ বিয়া পাতে। দৈৱকীৰ বিবাহ হয়-কেওটকুছিৰ ভগীৰথ তালুকদাৰৰ লগত আৰু অক্ষয়ৰ বিৱাহ হয়-বাতিকুৰিহাৰ পদ্মধৰ কাকতিৰ স'তে। পদ্মধৰ কাকতি ডঃ বাণীকান্ত কাকতিৰ ককায়েক পৰমানন্দ কাকতীৰ পুত্ৰ। পৰমানন্দক সেই অঞ্চলত ৰাধা পণ্ডিত বুলি জনাজাত।

বৰপেটা চৰকাৰী ইংৰাজী বিদ্যালয়ৰ স্কাউটৰ তত্বাৱধানত আছে-বনমালী ভট্ট। ভট্টদেৱ গোটেই জীৱন জুৰি স্কাউট সংগঠনত লিপ্ত। ভাৰতবৰ্ষৰ বিভিন্ন ঠাইলৈ গৈ প্ৰশিক্ষণ লোৱাৰ উপৰিও অষ্ট্ৰেলিয়াত অনুষ্ঠিত স্কাউট্‌ৰ আন্তৰ্জাতিক সন্মিলনীতো তেওঁ আমন্ত্ৰিত সদস্য স্বৰূপে যোগদান কৰে। সপ্তমমান শ্ৰেণীৰ পৰাই ডম্বৰুধৰ স্কাউট্ সংগঠনত ভৰ্ত্তি হয়।

উনৈশ-শ চল্লিশ খৃঃত অসমৰ ৰাজধানী শ্বিলংত অনুষ্ঠিত স্কাউট্ জাম্বুৰিত ডম্বৰুধৰে বৰপেটা চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পেট্ৰল লিডাৰ হিচাপে যোগদান কৰে। আন আন যোগদানকাৰী সকল আছিল-অচ্যুৎ শৰ্মা, মহেন্দ্ৰ দাস আদি একুৰিমান ছাত্ৰ। এবাৰ ট্ৰেকিঙত ওলাই ডম্বৰুধৰ আৰু অচ্যুৎ টিহু পৰ্য্যন্ত পাইছিলগৈ। ট্ৰেকিঙ কৰি গৈ গৈ নগাঁওৰ পূৱে থকা ৰাউলী গাঁওত সন্ধিয়া নামি অহাত হঠাতে বাটত এজন মাছমৰীয়াক লগ পাই তেওঁলোকৰ ঘৰতে ৰাতিটো কটাই পিছ দিনা পুৱা পুনৰ খোজ দিলে। সেইদিনাও টিহু গৈ পোৱাত ৰাতি হোৱাত ধানৰ মিল এটাৰ মাৰোৱাৰী সম্প্ৰদায়ৰ মানুহ এজনৰ গাদীতে নিশাতো পাৰ কৰি পুৱা পাটাছাৰকুছি-পাঠশালা-হাউলি হৈ বৰপেটা পালেহি।

বৰপেটা চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত প্ৰতি বছৰে এখনি বছৰেকীয়া আলোচনী ওলায়। আলোচনীখনৰ নাম- 'আমি'। 'আমি'ত অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে গল্প, কবিতা, প্ৰবন্ধ প্ৰকাশ পায়। ডম্বৰুধৰে দুয়োটা ভাষাতে লিখে গল্প, প্ৰবন্ধ আৰু কবিতা। উনৈশ-শ উণ্‌চল্লিশ-চল্লিশ খৃঃৰ 'আমি' সংখ্যাৰ সম্পাদক হ'ল–ডম্বৰুধৰ পাঠক।

হাইস্কুলৰ দশমমান শ্ৰেণীলৈকে প্ৰতিটো পৰীক্ষাতে ডম্বৰুধৰে প্ৰথম স্থান অধিকাৰ কৰে। উনৈশ-শ একচল্লিশ খৃঃত তেওঁ প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়-কলিকতা বিশ্ব-বিদ্যালয়ৰ পৰা।

# মহাবিদ্যালয়ৰ ছাত্ৰ জীৱন, স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ, অজ্ঞাতবাস, কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষ, ব্যৱসায় আৰু বিৱাহ ।

উনৈশ-শ একচল্লিশ খৃষ্টাব্দত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ডম্বৰুধৰ পাঠক গুৱাহাটী পায়হি। ইতিমধ্যে তেওঁৰ ককায়েক পৱিত্ৰমোহন গুৱাহাটীত চাকৰিত সোমাইছে। ডম্বৰুধৰ কটন মহাবিদ্যালয় ইণ্টাৰমিডিয়েট পাঠ্যক্ৰমৰ প্ৰথম বাৰ্ষিক বিজ্ঞান শাখাত ভৰ্তি হ'ল।

ইপিনে স্বাধীনতা আন্দোলনে দেশৰ আকাশ-বতাহ কঁপাই তুলিছে। এনেতে চাৰি ডিচেম্বৰৰ দিনাখন কটন মহাবিদ্যালয়ৰ ছাত্ৰসকলৰ মাজত এখন জৰুৰী সভা বহিল। স্থানীয় জ'জ খেল পথাৰত চলি থকা প্ৰদৰ্শনী এখনক লৈয়েই মূল আলোচনা। প্ৰদৰ্শনীখন বিশ্বযুদ্ধৰ সাহাৰ্যৰ বাবেই অনুষ্ঠিত হৈছে। আলোচনাৰ অন্তত ছাত্ৰসকল এক সিদ্ধান্তলৈ আহিল– উক্ত প্ৰদৰ্শনীখন অনতিপলমে বন্ধ কৰিবালৈ ছাত্ৰকলে জোৰদাৰ প্ৰতিবাদ কৰাটো অতি আৱশ্যকীয়, কাৰণ বিশ্বযুদ্ধত ইংৰাজ; পক্ষক সহায় কৰিবলৈহে প্ৰদৰ্শনীখন পতা হৈছে। তেনে ধৰণে সংগৃহীত ধনবোৰ দৰিদ্ৰ ভাৰতীয়সকলৰ পৰা আহৰণ কৰি যুদ্ধত ব্যয় কৰা হ'ব। আনহাতে দ্বিতীয় বিশ্ব-যুদ্ধৰ ফলাফলে ভাৰতবৰ্ষৰ শোষিত আৰু নিষ্পেষিত জনসাধাৰণৰ মুক্তিৰ বাবে একো অৰিহণা যোগাব নোৱাৰে।

সিদ্ধান্ত অনুসৰি লগে লগে কটন মহাবিদ্যালয়ৰ ছাত্ৰসকলে "নট এ মেন, নট এ পেনি টু দ্যা ইম্পেৰিয়েলিষ্ট ওৱাৰ" বুলি প্ৰদৰ্শনীৰ প্ৰৱেশ-দ্বাৰসমূহত পিকেটিং কৰিলে। প্ৰশাসনেও আৰক্ষীৰ দ্বাৰা বলপূৰ্ব্বকভাবে পিকেটাৰসকলক আঁতৰাই প্ৰদৰ্শনীখন চলাই যাবলৈ চেষ্টা চলালে।

পিছদিনাখন ইংৰাজ চৰকাৰৰ তেনে দমন-নীতিৰ বিৰুদ্ধে ছাত্ৰ-সমাজে এক সমদল উলিয়ালে। সমদলটোত কটন কলেজিয়েট কামৰূপ একাডেমি আদি বিদ্যালয়ৰ ছাত্ৰসকলেও যোগদান কৰিলেহি। ইপিনে কটন মহাবিদ্যালয় প্ৰাঙ্গণৰ পৰা আৰম্ভ হোৱা সমদলটো গৈ গৈ পাণ-বজাৰ পালেহি। পাণবজাৰ ছোৱালী বিদ্যালয়ৰ ছাত্ৰীসকলে শ্ল'গান শুনি স্বতঃস্ফূৰ্তভাবে শ্ৰেণীৰ পৰা বাহিৰ ওলাই আহি সমদলত যোগ দিয়েহি। সমদলটোৱে শ্ল'গান দি দি পল্টন বজাৰৰ ওচৰ পোৱাত বেঙ্গলী উচ্চ-ইংৰাজী বিদ্যালয়ৰ ছাত্ৰসকলেও শ্ৰেণীৰ পৰা ওলাই আহি সমদলত যোগদান কৰেহি।

শ্ল'গান তীব্ৰতৰ কৰি সমদলটো বিনা বাধাই আগবাঢ়িছে। তেনেতে কামৰূপ জিলাৰ উপায়ুক্ত হামফ্ৰেই সহস্ৰ আৰক্ষীসহ সমদলটোক আগভেটি ধৰিলে। সহস্ৰ আৰক্ষীৰ বাধা নেওচিও সমদলটো পুনৰ আগবাঢ়ি গৈ থাকিব খোজাত কুলীডিপোৰ পথত উপায়ুক্তই তেওঁৰ হাতত থকা বেটনেৰে সন্মুখৰ ছাত্ৰ বীৰেন গোস্বামী, উপেন দাস, ডম্বৰুধৰ পাঠক আৰু অষ্টমমানৰ ছাত্ৰী নিৰ্মলা দাসক প্ৰথমে প্ৰহাৰ কৰিলে। আৰক্ষীসকলো লগে লগে সমদলটোৰ মাজত জপিয়াই পৰিল। লাঠীৰ কোবত বহুজন ছাত্ৰ পথৰ কাষৰ নলাত বাগৰি পৰিল। বহুকেইজন তেজেৰে লুতুৰি-পুতুৰি হৈ পৰিল। ডাক্তৰ ভুবনেশ্বৰ বৰুৱাই খবৰ পাই লৰৰি আহি ছাত্ৰসকলক প্ৰাথমিক চিকিৎসা দিয়াৰ চেষ্টা চলালে। কিছুপৰৰ পিছত ঘোৰা গাড়ীত তুলি ৰাইজে বেয়াকৈ আহত হৈ পৰা ছাত্ৰসকলক ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰ চিভিল হাচ্‌পিটালত লৈ আহিল। চৰকাৰী চিকিৎসালয়ত বাৰদিন চিকিৎসা লোৱাৰ পিছত ডম্বৰুধৰ আহি টকৌবাৰীৰ ঘৰ পালেহি। নিৰস্ত্ৰ ছাত্ৰসকলৰ ওপৰত চলোৱা বৰ্বৰোচিত অত্যাচাৰত গোটেই অসমৰ ৰাইজ আৰু ছাত্ৰসমাজ ক্ষুব্ধ হৈ উঠিল। সকলোৱে সংঘবদ্ধ হৈ যুঁজাৰ অঙ্গীকাৰ কৰিলে। এইবাৰহে শেনৰ এজাত ! ঘটনাক্ৰমবোৰ ডম্বৰুধৰে তেওঁৰ দিনলিপিত লিপিবদ্ধ কৰি থৈছে —

উনৈশ-শ উনচল্লিশ খৃঃত জাৰ্ম্মানীয়ে পোলেণ্ড আক্ৰমণ কৰাৰ বাবে তিনি চেপ্তেম্বৰৰ দিনা ইংলেণ্ডে জাৰ্ম্মাণীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। ইউৰোপত যুদ্ধ ঘোষণা হোৱাৰ লগে লগে ভাইচ্‌ৰয়েই ভাৰতৰ হৈ যুদ্ধ ঘোষণা কৰিলে। মাত্ৰ এজন মানুহে, বিদেশী শাসন যন্ত্ৰ ৰ এজন প্ৰতিনিধিয়ে, ভাৰতৰ চল্লিশ কৌটি জনগণৰ মতামতলৈ আওকাণ কৰি দেশবাসীক লিপ্ত কৰিলে এখন প্ৰলয়ঙ্কৰী যুদ্ধত !

উনৈশ-শ একচল্লিশ খৃঃৰ বাইশ জুনত হিটলাৰে আচম্বিতে ৰুচিয়া আক্ৰমণ কৰে। অতি কম সময়ৰ ভিতৰতে জাৰ্ম্মান সৈন্যই ৰুচিয়াৰ পূব অঞ্চলৰ বহুতো ঠাই দখল কৰিবলৈ সমৰ্থ হ'ল। আফ্ৰিকাতো জাৰ্ম্মান সৈন্য বাহিনীয়ে যুদ্ধত আশাতীত জয়লাভ কৰিলে। জাৰ্ম্মান বোমাবৰ্ষণত ইংলেণ্ডত–বিশেষকৈ পূব-ইংলেণ্ডৰ অপূৰণীয় ক্ষতি হয়। হিটলাৰৰ অপ্ৰতিহত অগ্ৰগতিক বাধা দিবলৈ বৃটিছে আমেৰিকাৰ সহায় ভিক্ষা মাগে। সেই বছৰতে চৌধ্য আগষ্টত আমেৰিকাৰ প্ৰেচিডেন্ট ৰুজভেল্ট আৰু বৃটিছ প্ৰধানমন্ত্ৰী চাৰ্চিলে মহাসমৰৰ নীতি আৰু উদ্দেশ্য বৰ্ণনা কৰি আটলাণ্টিক মহাসাগৰৰ মাজত বিখ্যাত "আটলাণ্টিক চাৰ্টাৰ" চুক্তিত চহী কৰে।

উনৈশ-শ একচল্লিশ খৃঃৰ সাত ডিচেম্বৰৰ দিনাখন জাপানে জাৰ্ম্মানীৰ পক্ষ লৈ মিত্ৰশক্তিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। খুব কম দিনতে পাৰ্ল হাৰবাৰ ধ্বংস কৰি জাপানে ছিঙ্গাপুৰ আৰু ৰেঙ্গুন অধিকাৰ কৰে। যুদ্ধ ক্ৰমান্বয়ে এচিয়া মহাদেশলৈ বিয়পি পৰি ভাৰতবৰ্ষৰ দুৱাৰ-দলি পায়হি।

ইপিনে সুভাষ বসুৱে জাৰ্ম্মানীলৈ গৈ হিটলাৰক সাক্ষাৎ কৰি ভাৰতৰ মুক্তিৰ অভিযানকল্পে বিয়াল্লিশ খৃষ্টাব্দৰ জানুৱাৰী মাহত প্ৰথম সৈন্যদল গঠন কৰে। জাভা, সুমাত্ৰা দ্বীপপুঞ্জৰো ভালেমান ঠাই জাপানৰ দখললৈ যায়। ছয় এপ্ৰিলৰ দিনা জাপানী আকাশী জাহাজে দক্ষিণ ভাৰতৰ কোকানদ আৰু ভিজিকাপট্টমত বোমাবৰ্ষণ কৰে। ইপিনে জাপানী পানী জাহাজে বঙ্গোপসাগৰত টিঘিল-ঘিলাব ধৰিলেহি। মালয় আৰু ব্ৰহ্মদেশৰ পৰা হাজাৰ হাজাৰ ইউৰোপীয় আৰু ভাৰতীয় পলাবলৈ ধৰিলে। হাবি-জঙ্গল, পৰ্বত-পাহাৰ অতিক্ৰম কৰি পূৰ্ব-প্ৰান্তৰেৰে সৰ্বহাৰা ভগনীয়াৰ লানি নিছিগা স্ৰোঁত বৈছিল— ভাৰতলৈ। অসমৰ ডিব্ৰুগড়, গুৱাহাটী আদি চহৰত বহুতো ভগনীয়া শিবিৰ পতা হ'ল।

উনৈশ-শ বিয়াল্লিশ খৃঃৰ আগষ্ট মাহৰ সাত আৰু আঠ তাৰিখে বোম্বাইত বহা কংগ্ৰেছৰ বৈঠকত মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছে গ্ৰহণ কৰিলে 'ভাৰত-ত্যাগ' প্ৰস্তাৱ। সেই সিদ্ধান্তত উপনীত হওঁতে আঠ আগষ্টত বহুত ৰাতি হ'ল, তৰ কেইঘণ্টামান পিছতেই, পুৱতি নিশাৰ ফেৰ্হজালিত মহাত্মা গান্ধী বন্দী হ'ল। সেইদিনাই আন্দোলনৰ আগশাৰীৰ নেতা-আবুল কালাম আজাদ, সৰোজিনী নাইডু, বল্লভভাই পেটেল,জৱাহৰলাল নেহেৰু

আদি বহুতকেই বৃটিছ চৰকাৰে বন্দী কৰিলে। ন আগষ্টৰ দিনা ভাৰতত জ্বলি উঠিল বিয়াল্লিশৰ বিপ্লৱৰ বিদ্ৰোহানল। ভাৰতবাসীয়ে শেষবাৰৰ বাবে অনুভৱ কৰিলে— "স্বেচ্ছাচাৰী বিদেশী শাসনৰ অধীনত জীৱন ধাৰণ আৰু সহ্য নহয়!" অসমতো গোপীনাথ বৰদলৈ, নবীন চন্দ্ৰ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, বিষ্ণুৰাম মেধী, দেবেশ্বৰ শৰ্মা, মহেন্দ্ৰ মোহন চৌধুৰী, বিজয় চন্দ্ৰ ভাগৱতী, তৈয়বুল্লা আদি নেতাসকল কাৰাৰুদ্ধ হৈ পৰিল। জনতাৰ আস্থাভাজন জাতীয় নেতাসকলক বন্দীশালত থৈ বৃটিছে দেশখনক এৰি দিলে নিজ ইচ্ছামতে বিদ্ৰোহৰ পথলৈ অগ্ৰসৰ হবলৈ; নেতৃত্ববিহীন জনতা উন্মত্ত হৈ পৰিল। ভাৰতৰ ডেকা-গাভৰুৱে মৃত্যুপণ কৰি আগুৱাই আহিল যদিও কাৰো একো আঁচনি নাই। উন্মত্ত জনতাই টেলিগ্ৰাফ-টেলিফোনৰ তাঁৰ কাটিলে, ৰেল লাইন উঠালে, ঘৰবোৰত জুই জ্বলালে, দলং- সাঁকোবোৰ ভাঙিলে, মিলিটেৰীক ৰচদ-পাতি দিবলৈ বন্ধ কৰিলে। নেতৃত্ববিহীন এই জাতীয় বিপ্লৱৰ আগৰণুৱা হ'ল-দেশৰ যুৱ শক্তি। সমগ্ৰ দেশৰ ডেকাদলে— বিশেষকৈ ছাত্ৰসমাজে আগভাগ ললেহি হিংসা আৰু অহিংসা দুয়োটা প্ৰথাৰে।

ছাত্ৰসকলে পঢ়াশুনা বাদ দি আন্দোলনত যোগ দিলে। কটন মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰো শ্ৰেণী-বৰ্জন প্ৰস্তাৱ লোৱাত ছাত্ৰসকল ঘৰা-ঘৰি গুচি গ'ল। ডম্বৰুধৰো গুৱাহাটীৰ পৰা ঘূৰি আহি নিজ গাওঁ পালেহি। গাঁওলৈ গৈ সকলো শ্ৰেণীৰ ৰাইজক সদল বলে দেশ মাতৃৰ মুক্তিৰ বাবে ওলাই আহিবলৈ আহ্বাণ জনালে। ইতিমধ্যে অ'ত ত'ত দুই চাৰিটাকৈ বিক্ষিপ্ত কুটাঘাটমূলক ঘটনাৰ সূচনা হ'বলৈ ধৰিলে। বৰপেটাৰ অক্ষয় কুমাৰ দাস, ঘনশ্যাম দাস, মধুসূদন দাস, বজালীৰ কামেশ্বৰ দাস, ডাণ্ডুৱ জিনাৰাম ভূঞা ভৱানীপুৰৰ ধৰণীধৰ চৌধুৰী, চেঙাৰ গোলোক পাঠক গ্ৰেপ্তাৰ হৈ কাৰাবন্দী হ'ল। ৰঙনগৰত শিল্পী ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত বিপ্লৱীসকলে বেকী নদীৰ পাৰত ইংৰাজ চৰকাৰে সাজিবলৈ লোৱা বিমান ঘাটিতো ছাব্বিশ আগষ্টৰ মাজনিশা জ্বলাই দিয়ে।

চৰকাৰী গুপ্তচৰে ডেকা ল'ৰাবোৰৰ নাম-ধাম গোটাই গাঁৱে-গাঁৱে সোমাই পৰিল। ইপিনে ডম্বৰুধৰহঁতে গুৱাহাটীৰ পৰা নগাঁওলৈ আহি মেলে-মিটিঙে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীতবোৰ গাই গাই ৰাইজক অনুপ্ৰাণিত কৰি তুলিবলৈ চেষ্টা কৰিলে।

"লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই ____।"

* * *

"বিশ্ব বিজয় নৱ-জোৱান, বিশ্ব-বিজয় নৱ-জোৱান,
শক্তিশালী ভাৰতৰ
ওলাই আহা, ওলাই আহা, সন্তান তুমি বিপ্লৱৰ"।

* * *

"গাঁওৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাওঁ আমি
গাঁওৰ লৰা..................।"

* * *

অগ্ৰগামী হৈ পৰা আন্দোলনটো যাতে কোনো ধৰণে বাধাগ্ৰস্থ হৈ নপৰে তাৰ বাবে ডম্বৰুধৰহঁতে গুপ্তভাবে কাম কৰি যোৱাৰ পণ ল'লে। খবৰ পাই এখনৰ পাছত আনখন গাঁও পৰিভ্ৰমণ কৰি তেওঁ আহি বেলশৰ পালেহি। বেলশৰত সতীৰ্থ তৰুণসেন ডেকাই তেওঁক এডোখৰ আওহতীয়া ঠাইলৈ মাতি লৈ গৈ ডেকাৰ আত্মীয় এগৰাকীৰ ঘৰত আশ্ৰয় দিলে। বেলশৰত অৱসৰপ্ৰাপ্ত সৈন্য-বিভাগৰ বিষয়া এজনৰ তত্বাৱধানত স্বেচ্ছাসেৱীসকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰে। বেলশৰৰ কেম্পত এবাৰ বিষ্ণু প্ৰসাদ ৰাভাও ক'ৰবাৰ পৰা ভ্ৰুটুংকৈ আহি ওলালহি। স্বেচ্ছাসেৱীসকলক বিষয়াজনে পেৰেড,ৰাইফল স্যুটিং আদিৰ প্ৰশিক্ষণ দিয়ে। ডম্বৰুধৰেও দুসপ্তাহৰ প্ৰশিক্ষণ ল'লে।

ডম্বৰুধৰে বেলশৰৰ পৰা ওলাই গৈ চান্দ-বৰতোলা অঞ্চলৰ বহুতো ঠাইত গুপ্ত-মেলৰ আয়োজন কৰে। তেনে মেলসমূহত বিশিষ্ট বক্তা হিচাপে যায় প্ৰভাত চন্দ্ৰ শৰ্মা।

চান্দ-বৰতোলাত শেষৰ দিনা গুপ্ত-মেল কৰি উভতি আহি হাজোৰ সুৰেন মালাকাৰৰ লগত তেওঁ একেখন পাটিতে শুবলগীয়া হ'ল। হঠাতে মাজৰাতি টোপনিৰ জালত মালাকাৰে পুলিচ, পুলিচ বুলি চিঞৰি ডম্বৰুধৰৰ ডিঙিত হেঁচা মাৰি ধৰিলে। টোপনিৰ পৰা সাৰ পাই থপ্-জপ্ কৰি ডম্বৰুধৰেও মালাকাৰৰ ডিঙিত হেঁচি ধৰিলে। কোঠাটোত ঘোৰ আন্ধাৰ! কোনেও কাকো এৰি নিদিয়ে। এনেতে মালাকাৰে ডম্বৰুধৰৰ বাওঁহাতৰ তলুৱাৰ ওপৰত পিঠিত কামুৰি তেজ উলিয়াই দিলে। পুলিচ, পুলিচ, উঁহ-আঁহ, বচা-বচা শব্দবোৰ গৈ গঞা ৰাইজৰ কাণত পৰিলত তেওঁলোকে যাঠি, জোং আদি আনি ঘৰটো বেৰি ধৰিলে। কোনোবা এজনে লেম্প্ এটা আনি তেওঁলোকৰ সন্মুখত দাঙি ধৰাত দুয়ো

দুয়োকে চিনি পাই লাজতে নীৰৱ হৈ পৰিল। দুদিনৰ পিছত ডম্বৰুধৰে এটি কবিতা লিখে। কবিতাটিৰ নাম 'অঙ্গীকাৰ'—

সূৰ্য্য উঠিছে পূৱ প্ৰান্তত ভাৰতৰ
আজি জাগিছে যুৱা, বৃদ্ধ নাৰী-নৰ
নতুন সংকল্প কৰি অনিবাৰ্য
জীৱন উছৰ্গা দিবলৈ কৰা অঙ্গীকাৰ।
আমি নতুন ভাৰত গঢ়িম
আমি দুৰ্নীতি নিৰ্মূল কৰিম
শোষণ পীড়নৰ হব অৱসান
দুখী জনতাৰ যাব হাহাকাৰ
জীৱন উছৰ্গা দিবলৈ কৰা অঙ্গীকাৰ।

অবৈধ ধনেৰে গঢ়া অট্টালিকা
বিলাসী ধনৰ গুপ্ত প্ৰহেলিকা
জনতা কল্যাণত হ'ব কেন্দ্ৰীভূত
গুচিব ধনী-দুখীৰ দুৰ্জয় হেঙাৰ
জীৱন উছৰ্গা দিবলৈ কৰা অঙ্গীকাৰ
আহা আগুৱাই বুকুত সাহস লৈ
পিচ পৰি থকাৰ যে সময় নাই
সূৰ্য্য উঠিছে পূৱ প্ৰান্তত ভাৰতৰ
সূৰ্য্যৰ তেজেৰে প্ৰদীপ্ত হৈ আগুৱা
ৰচিব লাগিব ভাৰত সমতাৰ
জীৱন উছৰ্গা দিবলৈ কৰা অঙ্গীকাৰ।

এনেতে তৰুণসেন ডেকাই ডম্বৰুধৰৰ হাতত এখন পত্ৰ দিলে।পত্ৰখনত উল্লিখিত পাৰ্টিৰ নিৰ্দেশ অনুসৰি ডম্বৰুধৰে বেলশৰ কেম্পলৈ অহা হৰিদাস ডেকাৰ সৈতে ৰঙিয়াৰ ওচৰৰ দিহন্নাৰী কেম্পলৈ যাত্ৰা কৰিলে। দুয়ো বাছ এখনত আহি ৰঙিয়া পালেহি।

ৰঙিয়া ৰেল ষ্টেচনৰ ওচৰৰ এখন হোটেলত ৰুটি আৰু তৰকাৰী খাই লৈ পুনৰ উত্তৰ-দিশে আগবাঢ়িল। তিনিমাইলমান গৈ পথটো শেষ হৈছে। পথাৰৰ আলিয়ে-আলিয়ে দুয়ো গৈ থাকিল। মাজে মাজে দুই এখন বড়োসম্প্ৰদায়ৰ গাওঁ পাৰ হ'ল। পথাৰখন শেষ হোৱাত উলুৱনি, বনানিৰ পিছতে এখন উপলা নৈ, নৈখন পাৰ হৈ-ঘণ বননিত সোমাল। সুৰ-সুৰীয়া পথ এটাৰে কিছু দূৰ অতিক্ৰম কৰাৰ পিছত হঠাতে প্ৰকাণ্ড গছ এডালৰ পিছৰ পৰা মানুহৰ মাত শুনা গ'ল— কোন, ৰ'হ! দুজন ৰাইফল লোৱা যুৱক আগবাঢ়ি আহিল। হৰিদাস ডেকা আৰু ডম্বৰুধৰে চোলাৰ ভিতৰৰ জেপৰ পৰা কাকত দুখন উলিয়াই দেখুৱাত তেওঁলোকক আগুৱাই যাবলৈ সন্মতি দিলে। কিছু দূৰৈতে দেখা গ'ল-অ'ত ত'ত দুই চাৰিটাকৈ ঘৰ। ঘৰবোৰ গছৰ ঠানি আৰু পাতেৰে সজা। কেম্পটোৰ মাজত কিছু মুকলি ঠাই আছে। ৰিভল্যুচনেৰী কমিউনিষ্ট পাৰ্টি অব্ ইণ্ডিয়াৰ বিপ্লৱী নেতা হৰেন কলিতাই স্বেচ্ছাসেৱীসকলৰ আগত ভাষণ দি আছে। কমৰেড্ হৰিদাস ডেকাক দেখা পাই তেখেতে ভাষণ বন্ধ কৰি ওচৰলৈ আহি ফুচ্-ফোচাই কিবা-কিবি কৈ পুনৰ উভতি গ'ল। ডেকাই কেম্পৰ সকলো ব্যৱস্থাপনা ডম্বৰুধৰক বুজাই দিলে। সকলোবোৰ প্ৰচাৰ কাৰ্য্যত অতিমাত্ৰা সতৰ্কতা অৱলম্বন কৰা হয়। ডম্বৰুধৰক প্ৰচাৰ-কাৰ্য্যতে বিশেষকৈ লগোৱা হ'ল। দিহঝাৰী কেম্পত থাকিয়েই ডম্বৰুধৰে তামোলপুৰ, মচলপুৰ, কুমৰিকটা আদি জন-জাতীয় লোকেৰে ভৰপূৰ ঠাইসমূহলৈ গৈ স্বাধীনতা আন্দোলনৰ বাবে তেওঁলোকক জাগ্ৰত কৰি তোলাৰ দায়িত্ব পালে। ৰাইজেও সকলো ফালৰে পৰা তেওঁক সহাৰি জনালে।

এমাহমানৰ পিছত ডম্বৰুধৰ গুৱাহাটী পালেহি। তেতিয়া ৰাম মনোহৰ লোহিয়া, অৰুণা আচফ্ আলী আদি কংগ্ৰেছৰ সমাজবাদী দ'লৰ নেতাসকলে উপেন নবীশৰ সৈতে আহি গুৱাহাটীত আত্ম-গোপন কৰি আছিলহি। অৰুণাই অসমীয়া বিহা-মেখেলা পিন্ধি মাজতে ৰাজধানী শ্বিলঙলৈয়ো গৈছিল। বিহাৰৰ হাজাৰিবাগ চেণ্ট্ৰেল জেইলৰ পৰা চাৰিজন বন্দীসহ জয়প্ৰকাশে ৰহস্যময়ভাৱে অন্তৰ্ধান হৈ গাওঁ-ভূঁই চহৰৰ মাজেৰে আহি এটা সময়ত গুৱাহাটী পালেহি। ইফালে তেওঁক ধৰাৰ বাবে বৃটিছ চৰকাৰে দহ হাজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে। হিন্দু মহাসভাৰ অসম শাখাৰ সভাপতি আছিল— অধিবক্তা কালীৰাম বৰ্মণ। তেওঁৰ পাণবজাৰৰ গৃহত গুৱাহাটীলৈ অহা কিম্বা হিন্দু মহাসভাৰ সভাপতি ছাভাৰকাৰ, শ্যামাপ্ৰসাদ মুখাৰ্জী আদি নেতাসকলৰ গোপন বৈঠক বহে।

পাণ-বজাৰৰ হৰি-সভাৰ সন্মুখতে এটি পুৰণি দুমহলীয়া পকী ঘৰ আছে।ঘৰটোৰ এটা আচুতীয়া কক্ষত সদায়ে গুপ্ত আলোচনা বহে। গুৱাহাটীত থাকিলে তেনে আলোচনাবোৰত ভাগ লবলৈ ডম্বৰুধৰ ধপলিয়াই আহে। গুপ্ত মেলবোৰত সাধাৰণতে সংগঠনৰ কাৰ্য্যক্ৰমৰ ধাৰা নিৰ্ধাৰণ কৰা হয়। তাত তেওঁ প্ৰায়ে লগ পায়— বিপ্লৱী নেতা গোবিন্দ কলিতা, মোহনলাল মুখাৰ্জী, লোক নাথ বৰুৱা আদিক। সেইদিনাও আড্ডা চলি আছে। তেনেতে নিশা ন বজাত দুজন অচিনাকী ব্যক্তি আচুতীয়া কক্ষটোলৈ হুৰমুৰকৈ সোমাই আহিল। কাকত এখন গোবিন্দ কলিতালৈ আগবঢ়াই দিয়াত কলিতাই পাচঁজন যুৱকক ব্যক্তি দুজনৰ লগে লগে যাবলৈ আদেশ দিলে।

কিছুসময় পিছতে আগন্তুক দুজনৰ সৈতে যুৱক পাঁচজনেও খোজ দিলে।তেওঁলোকে ৰেলৰ আলিয়ে আলিয়ে আহি আমবাৰীৰে কামৰূপ একাডেমিৰ সংলগ্ন পথতোৰে আগুৱাই চেনীকুঠীৰ মাজেৰে নৱগ্ৰহ শ্মশানৰ কাষেৰে উত্তৰ-মুৱা হৈ নৱগ্ৰহ পাহাৰৰ ওপৰলৈ উঠি গ'ল।পাহাৰৰ ওপৰৰ এটি টিলাত আৰোহন কৰি যুৱককেইজনক তাতে থিয় হৈ চকু-কাণ সজাগ কৰি থাকিবলৈ কৈ তেওঁলোক নাতি দূৰৈতে থকা ঘৰ এটাত সোমাল।ঘৰটোৰ চাৰিওফালে ঘূৰি মেলি যুৱককেইজনক ওচৰলৈ মাতি নি ক'লে— "ইয়াত চৰকাৰৰ বহুতো অস্ত্ৰ-শস্ত্ৰ জমাহৈ আছে।আমি ভিতৰলৈ সোমাই সেইবোৰ উলিয়াই দিম,তোমালোকে তললৈ কঢ়িয়াই নি থাকিবা।"

সহকৰ্মীকেইজনৰ লগত ডম্বৰুধৰ ব্যস্ত হৈ পৰিল— মৰণাস্ত্ৰ কঢ়িওৱাৰ দায়িত্বত। দুই তিনি খেপ্মান লৈ যোৱাৰ পিচতে নিশা প্ৰায় একমান বজাত হঠাতে হুচেইলৰ সংকেট কাণত পৰিল! লোকনাথ বৰুৱা আৰু ডম্বৰুধৰ আহি তেতিয়া পাহাৰৰ নামনি পাইছিলহি। কি কৰো কি নকৰো বুলি সন্মুখতে কালভাৰ্ট এটা দেখা পাই দুয়ো কালভাৰ্টটোৰ দুয়ো কাষেৰে নিঃশব্দে সোমাই পৰিল। কাউৰীৰ কা-কা শব্দ কাণত পৰাত হাতত সাৰে ভৰিত সাৰে দুয়ো ওলাই আহি চান্দমাৰীৰ লোকনাথ বৰুৱাৰ বাসগৃহ পালেহি।

তাৰ কেইদিনমানৰ পিছত উনৈশ-শ বিয়াল্লিশ খৃঃৰ চেপ্তেম্বৰ মাহত লোকনাথ বৰুৱা আৰু ডম্বৰুধৰ নগাঁও জিলালৈ যাবলগীয়া হ'ল। নগাঁও জিলাৰ ভিতৰুৱা গাঁওবোৰত সোমাই বন্ধ মিটিং, কেমেৰা মিটিং আদি পাতি প্ৰচাৰ–কাৰ্য্য সক্ৰিয় আৰু সফল কৰি তুলিব লাগে।

উনৈশ-শ বিয়াল্লিশ খৃষ্টাব্দৰ চেপ্তেম্বৰ মাহৰ প্ৰথম পষেকতে দুয়ো গুৱাহাটীৰ পৰা ৰেলেৰে যাত্ৰা কৰে। ৰেলখন গৈ ৰহা ষ্টেচন্ পাওঁতে দুজন ব্যক্তি তেওঁলোক উঠা ডবাটোত উঠিলহি। ৰেলখন চলাৰ পাছত কথা-বতৰা পাতি ব্যক্তি দুজন তেওঁলোকৰ লগত সহজ হৈ পৰিল। ৰেলখন শেনছোৱা ষ্টেচনত কিছু সময় ৰ'লহি। হঠাতে ব্যক্তি দুগৰাকীয়ে তেওঁলোকৰ আচল পৰিচয় ব্যক্ত কৰি ডম্বৰুধৰ আৰু লোকনাথক জেৰা কৰা আৰম্ভ কৰিলে। ডম্বৰুধৰৰ হাতত "বৰ্ত্তমান আন্দোলন আৰু আমাৰ কৰ্ত্তব্য" আৰু "বৰ্ত্তমান যুদ্ধ আৰু কৰ্মপন্থা" নামৰ দুটি প্ৰবন্ধ পাই চলন্ত ৰেলখনতে দুয়োজনক গ্ৰেপ্তাৰ কৰিলে। দুয়োকে হেণ্ডকাফ্ লগাই মোটা ৰচীৰেও দুয়োৰে কঁকালত বান্ধি একেলগে নগাঁও টাউনৰ মাজ পথেৰে আনি থানাৰ হাজোতত ভৰাই থলে। লাহে লাহে বেলিও পৰি আহিল।

পিছদিনা দহ বজাত দুয়োজনকে আদালতত হাজিৰ কৰালে। বিচাৰৰ ৰায়মতে দুয়োজনকে ভাৰতীয় দণ্ডবিধি আইন মতে কাৰাদণ্ড বিহা হ'ল। তেওঁলোকক নগাঁও কাৰাগাৰলৈ লৈ যাওঁতে কাৰাগাৰৰ জপনামুখ পোৱাৰ লগে লগে আন আন সত্যাগ্ৰহীসকলে দুয়োকে দাং-কোলাকৈ নি কাৰাগাৰৰ ভিতৰলৈ লৈ গ'ল। ডম্বৰুধৰে সহকৰ্মী কামেশ্বৰ আৰু মিলাৰাম বৰাক কাৰাগাৰত লগ পালে।

ইপিনে দেৱকান্ত বৰুৱাও সেই সময়ত নগাঁও কাৰাগৰত কাৰাৰুদ্ধ হৈ আছে। দেৱকান্তই মাজে মাজে শেলী, কীটচ্, বাইৰণ আদিৰ কবিতাবোৰ আবৃত্তি কৰি সাৰাংশবোৰ সহজ-সৰল ভাষাত অনুৰাগীসকলক বুজাই দিয়ে। মনিৰাম বৰা নামৰ ব্যক্তি এগৰাকীৰ লগতো চিনাকী হয়। বৰা মানসিকভাৱে কিছু অসুস্থ যদিও মাজে মাজে সুস্থ হৈ উঠিলে শ্বেক্সপীয়াৰ, বৰ্নাড শ্ব আদি বিশ্ব-বিখ্যাত মণিষীসকলৰ লেখনিৰ অংশ বিশেষ পঢ়ি শুনাই সন্তোষ লভে। নগাঁও চহৰৰ স্বাধীনতা-প্ৰেমী ৰাইজে প্ৰায়েই সত্যাগ্ৰহীসকলৰ বাবে পিঠা-পনা আনি আগ্ৰহেৰে বিলাই দিয়েহি।

সত্যাগ্ৰহৰ ওপৰত কাৰাগাৰত বন্দী হৈ থকা ব্যক্তিসকলৰ মাজত বহুতো বাদানুবাদৰ সৃষ্টি হ'ল। মহত্মা গান্ধীৰ মতে সত্যাগ্ৰহৰ অৰ্থ হৈছে– কৃত সত্য উদ্ঘাটনৰ বাবে অনুধাৱন আৰু সেই সত্যৰ ওপৰত গভীৰ আস্থাৰে আত্মপ্ৰৱৰ্তন।সত্যাগ্ৰহ নীতিয়েই গান্ধী-দৰ্শনৰ মূল আধাৰ যদিও আচলতে এই নীতি গান্ধীজীয়ে উদ্ভাৱন কৰা নাছিল।

উপনিষদ, ৰামায়ণ, মহাভাৰত, গীতা, কোৰাণ, বাইবেল আদি বিশ্বৰ বিভিন্ন ধৰ্মীয় আৰু আধ্যাত্মিক চিন্তাৰ গ্ৰন্থত সত্যাগ্ৰহ অনুশীলনৰ উল্লেখ আছে।প্ৰাচ্য আৰু পাশ্চাত্য জগতত প্ৰহ্লাদ, ৰজা হৰিচন্দ্ৰ, অশোক, ছক্ৰেটিছ, প্লেটো, যীশু আদি মনীষীসকলে সত্যাগ্ৰহ নীতিৰ অনুশীলন কৰি গৈছে, কিন্তু সেই সময়ত তেওঁলোকে হয়তো ভাবিব পৰা নাছিল যে তেওঁলোকে প্ৰয়োগ কৰা সেই নীতিটোৱে সত্যাগ্ৰহ আছিল।

উনৈশ-শ বিয়াল্লিশ খৃষ্টাব্দৰ বৰদিনৰ আগে আগে কাৰাগাৰৰ পৰা আণ্ডাৰ ট্ৰায়েল বন্দী হিচাপে মুক্তি লাভ কৰি ডম্বৰুধৰৰ গুৱাহাটীলৈ ৰাওনা হ'ল। এজন এংলো ইণ্ডিয়ান যুৱকো তেওঁৰ লগত একেলগে মুক্তি পাই গুৱাহাটীলৈ আহে। তেওঁৰ নাম- ভিনচেন্ট এন্দ্ৰো কাৰডোজা। ডম্বৰুধৰৰ গুৱাহাটীলৈ আহি খবৰ পালে যে তেওঁ নগাঁওলৈ যোৱাৰ পাছতে পুলিছে গুৱাহাটীত তেওঁ থকা ঘৰটোত খানা তালাচ কৰিছিল।ইফালে পাটিৰ অফিচো বন্ধ!সতীৰ্থসকল হয় গুপ্তাবাস, নহয় কাৰাগাৰত আৱদ্ধ! কাৰাবাসত বন্দী হৈ থাকোতে কলেজৰ প্ৰথম বাৰ্ষিকৰ পৰীক্ষা হৈ যোৱাত ডম্বৰুধৰৰ এটা শিক্ষাবৰ্ষ অথলে গ'ল। কিংকৰ্ত্তব্যবিমূৰ হৈ ডম্বৰুধৰে গাঁওৰ ঘৰলৈকে যাবলৈ থিৰাং কৰিলে।পবিত্ৰমোহনো ৰাজাপাৰাৰ ঘৰত আছেগৈ। ডম্বৰুধৰে গোটেই পৰিস্থিতিৰ কথা ককায়েকক জনাই এখন পত্ৰ লিখি পঠিয়ালে।

কলিকতা-মাদ্ৰাজ নগৰীৰ মাজেৰে ভ্ৰমণ কৰি তেওঁ চাৰি দিনৰ মূৰত ত্ৰিবান্দ্ৰম পালেহি। ভিনচেন্ট চহকী ঘৰৰ যুৱক। পিতাকৰ মৃত্যুৰ পিছত আৰব সাগৰৰ উপকূলত বৃহৎ নাৰিকলৰ বাগান, পথাৰ, ঘৰ-দুৱাৰৰ দায়িত্ব পৰিছিল মাক আৰু ভিনচেন্টৰ চিৰকুমাৰী জেঠায়েকৰ ওপৰত। আচলতে নাৰিকলৰ বাগানখনেই আছিল-পৰিয়ালটোৰ প্ৰধান আয়ৰ পথ। জেঠায়েকে নিজৰ তত্বাবধানত ছয়-সাত গৰাকী অনাথ কন্যা-শিশুৰ দায়িত্ব লৈ সিহঁতক তুলি-তালি ডাঙৰ-দীঘল কৰি বিয়া বাৰু,ঘৰ-সংসাৰ পাতি দি আনন্দ লভে। ডম্বৰুধৰেও তেনে দুখন বিবাহ উপভোগ কৰে। আনকি ভিনচেন্টৰ বিবাহো দুমাহ পিছতে অনুষ্ঠিত হয়। বিবাহ উৎসৱৰ দুসপ্তাহৰ আগতে মাকে এদিন দৰ্জী আৰু মুচীক ঘৰলৈ মাতি আনি পৰিয়ালৰ সকলোৰে বাবে নতুন পোছাক আৰু জোতা তৈয়াৰ কৰিবলৈ দিলে। ডম্বৰুধৰৰ বাবেও নতুন পোচাক তৈয়াৰ কৰা হ'ল।

ভিনচেন্টৰ কইনাৰ নাম- মাৰ্গাৰেট। পিছে মাৰ্গাৰেট আকৌ ভিনচেন্টৰ মোমায়েকৰ জীয়াৰী। ৰবাৰ্টেও তেওঁৰ জেঠায়েকে তুলি-তালি ডাঙৰ-দীঘল কৰা অনাথ কন্যা বীতাৰ

পাণি গ্ৰহণ কৰে। ভিনচেণ্টইঁত কেথলিক্ ধৰ্মাবলম্বী লোক আৰু ডম্বৰুধৰে বহুদিন পৰিয়ালটোৰ লগত গৈ গীৰ্জাৰ প্ৰাৰ্থনা সভাত অংশ গ্ৰহণ কৰে। কাৰডোজা পৰিয়ালৰ লগত ত্ৰিবাঙ্কুৰ কোচিন প্ৰদেশৰ বহু ঠাইত ডম্বৰুধৰে পৰিভ্ৰমণ কৰে। তাৰ ভিতৰত নাগৰকেইল, কন্যা-কুমাৰী, কোচিন, এৰ'নেকুলাম উল্লেখযোগ্য। সেই ঠাইৰ মঠ-মন্দিৰবোৰৰ ভিতৰত ত্ৰিবান্দ্ৰম চহৰত অৱস্থিত পদ্মনাভন মন্দিৰৰ ভাস্কৰ্য অতুলনীয়। প্ৰতিদিনে দহবজাত ত্ৰিবাঙ্কৰ-কোচিন প্ৰদেশৰ মহাৰজা মন্দিৰলৈ আহি থকা সময়ত পথৰ মানুহ,গাড়ী-ঘোঁৰা সকলো তেওঁৰ সন্মানাৰ্থে একে ঠাইতে ৰৈ দিয়ে।অনাদি কালৰ পৰাই এনে পৰম্পৰা চলি আহিছে।

তাত ''মাৰুমাক্কাতায়াম'' নামৰ এটি মাতৃপ্ৰধান আইন প্ৰচলিত। ভিনচেণ্টৰ লগত কথা প্ৰসঙ্গত ওলাল যে- আইনখন বিবাহ, উত্তৰাধিকাৰ স্বত্ব আৰু বিবিধ পাৰিবাৰিক ক্ষেত্ৰত প্ৰযোজ্য। ডম্বৰুধৰৰ মনত ভাব হ'ল-মাৰুমাক্কাতায়াম আইনখন যেন অসমৰ খাচী আৰু গাৰো সম্প্ৰদায়ৰ সমাজত প্ৰচলিত আইনৰ দৰে মাতৃ প্ৰধান। আনকি সতি-সন্তানসকলেও খাচী-গাৰো জন-জাতীয় সম্প্ৰদায়ৰ লোকৰ দৰে মোমায়েকৰ বংশৰ উপাধি লয়।

দুমাহমান ত্ৰিবান্দ্ৰমত থাকি ডম্বৰুধৰে অনুভৱ কৰিলে কেৰেলাৰ মানুহবোৰ বৰ অতিথিপৰায়ণ আৰু সৰলমনা। ইদলী, দোচা-চাম্বৰ, নাৰিকলৰ চাটনী, লাৰু-লস্কৰা, পিঠা-পনা খাই ডম্বৰুধৰে বৰ তৃপ্তি পালে। সেই ঠাইৰ জন-সাধাৰণ আৰ্থিক দিশত দুৰ্ব্বল যদিও পঢ়া-শুনাত বেচ আগবঢ়া। ভাতৰ পৰিবৰ্তে দুখীয়া লোকসকলে 'মাৰচিনি' প্ৰধান খাদ্য হিচাপে ব্যৱহাৰ কৰে। মাৰিচিনিৰ সোৱাদ মিঠা আলুৰ দৰে।

ত্ৰিবান্দ্ৰমৰ পথৰ দাঁতিত আৰু বজাৰত হাতীৰ দাঁতেৰে তৈয়াৰী কণ কণ হাঁতী, দেৱ-দেৱীৰ মূৰ্তি, চন্দন কাঠেৰে তৈয়াৰী বিভিন্ন মূৰ্তি আৰু কুচীপুড়ী নৃত্যত ব্যৱহৃত বিভিন্ন মুখাবোৰ দেখি বৰপেটা বজাৰ চ'কত থকা হাতীৰ দাঁতৰ সামগ্ৰীৰ দোকানকেইখনলৈ তেওঁৰ মনত পৰিল।

এদিন ডম্বৰুধৰে ভিনচেণ্টৰ লগত ত্ৰিবান্দ্ৰমৰ বিখ্যাত বিজ্ঞান মহাবিদ্যালয়খন চাবলৈ যোৱাত অধ্যক্ষ আয়াৰদেৱক লগ পালে। আয়াৰদেৱে ডম্বৰুধৰৰ লগত কথা-বতৰা পাতি অসমৰ শিক্ষা জগতখনৰ বিষয়ে কিছু ভূ ল'লে। স্বাধীনতা আন্দোলনত

অসমৰ ৰাইজৰ ভূমিকাৰ বিষয়ে জানিব পাৰি তেওঁ আনন্দিত হ'ল। পুলিচৰ জুলুমত ডম্বৰুধৰ গৈ সুদূৰ ত্ৰিৱান্দ্ৰমত আশ্ৰয় লোৱাত তেওঁ আচৰিত হৈ পৰিল।কথা প্ৰসঙ্গত আয়াৰদেৱে ডম্বৰুধৰক ক'লে-"যিহেতু তোমালোক কলিকতা বিশ্ব-বিদ্যালয়ৰ দৰে এখন প্ৰসিদ্ধ বিশ্ব-বিদ্যালয়ৰ লগত সংলগ্ন আৰু আমিও মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ লগত থকা বাবে যথেষ্ট ভাগ্যৱান। এইটো এক গৌৰৱৰো বিষয়। দেশৰ মুক্তিৰ বাবে এটা শিক্ষা বছৰ ব্যঘাট হ'লেও তুমি নিৰাশ নহ'বা কাৰণ জ্ঞানৰ অবিহনে গতি নাই।"

পিছদিনা অধ্যক্ষ আয়াৰৰ নিমন্ত্ৰণক্ৰমে ডম্বৰুধৰ দুপৰীয়া আহি তেওঁৰ ঘৰ পালেহি। আয়াৰৰ ঘৰৰ প্ৰতিজন ব্যক্তিৰ লগত কথা-বতৰা পাতি সহজ হৈ পৰাত ডম্বৰুধৰৰ একো অসুবিধা হোৱা নাছিল; কাৰণ ইতিমধ্যে তেওঁ তামিল আৰু মালায়ালাম ভাষা শিকি লৈছে। দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰি তেওঁ বৰ সন্তোষ লভিলে।

উনৈশ-শ' তিয়াল্লিশ খৃঃৰ জুন মাহত ত্ৰিৱান্দ্ৰম এৰি ডম্বৰুধৰ গুৱাহাটী পালেহি।গুৱাহাটীত প্ৰচণ্ড গৰম পৰিছে,সাগৰৰ তীৰৰ মৃদু মলয়া আৰু নাই। ইতিমধ্যে ছাত্ৰ-আন্দোলনৰ তীব্ৰতা যথেষ্ট পৰিমাণে স্থবিৰ হৈ পৰিছে। কটন মহাবিদ্যালয়ৰ ডম্বৰুধৰৰ সহপাঠীসকল শশীধৰ ৰাজখোৱা, নীলকান্ত ভূঞা, পবিত্ৰ দুৱৰা, মাধৱচন্দ্ৰ ডেকা, হলধৰ ডেকা, পবিত্ৰ নাৰায়ণ গোস্বামী, জীতেন্দ্ৰ শৰ্ম্মা, বিষ্ণু কিংকৰ গোস্বামী, নন্দেশ্বৰ তালুকদাৰ, নিৰ্মল কুমাৰ দাস আদিয়ে ইতিমধ্যে আই.এচ.চি পৰীক্ষাত উত্তীৰ্ণ হ'ল। কলেজ পুনৰ খুলিল। ড' হিৰণ্য কুমাৰ ভূঞা, সাৰদা শৰ্মা, ইন্দ্ৰভূষণ সৰকাৰ, শৰৎ চন্দ্ৰ চেটাৰ্জী, যদুলাল মুখাৰ্জী, প্ৰেমতোষ শ্যাম, ৰবি দাস, ৰাধাকান্ত দাস, অতুল চন্দ্ৰ হাজৰিকা, উপেন চন্দ্ৰ লেখাৰু, কমলা ৰায়, অতুল চন্দ্ৰ দত্ত, ড° বাণীকান্ত কাকতী আদি শিক্ষকসকল পুনৰ শিক্ষাদানত ব্যস্ত হৈ পৰিল। ডম্বৰুধৰে পুনৰ দ্বিতীয় বাৰ্ষিক আই,এচ,চি পাঠ্যক্ৰমত নাম ভৰ্তি কৰে।

ইপিনে উনৈশ-শ উনছল্লিশ খৃষ্টাব্দত আৰম্ভ হোৱা দ্বিতীয় বিশ্ব-যুদ্ধৰ ছায়া অসমতো পৰিছেহি। গুৱাহাটীৰ বিভিন্ন ঠাইত মিলিটাৰী কেম্প আদি গঢ় লৈ উঠিছে।

উনৈচশ-শ চৌৰাল্লিশ খৃষ্টাব্দৰ মাৰ্চ মাহত আই,এচ,চি পৰীক্ষা দি ডম্বৰুধৰ নিজ গাঁও নগাঁও পালেহি। এদিন ওস্তাদ উদয় নাথ শৰ্মা আৰু হৰেন্দ্ৰ নাথ শৰ্মাই ভৱেন্দ্ৰমোহনৰ লগত নাট-ভাওনাৰ ওপৰত বহুতো আলোচনা কৰে। ডম্বৰুধৰে আলোচনাখিনি একান্তমনে

গুনি বহী এখনত টোকা লিখি থলে— "পোন্ধৰ শ চিয়াল্লিশ খৃষ্টাব্দত গুৰুজনাই বৰপেটাৰ চূণপোৰাৰ্লৈ আহোঁতে মাধৱদেৱৰ মাতৃৰ মাহেকীয়া শ্ৰাদ্ধ উপলক্ষে পোন প্ৰথমবাৰৰ বাবে 'পত্নী প্ৰসাদ' নটুৱা-নাটৰ ভাওনা পাতিছিল।পণ্ডিত ফেয়াৰলি ৰিচমণ্ডে শংকৰদেৱক বিশ্বত মুকলি মঞ্চৰ সৰ্বপ্ৰথম স্ৰষ্টা' বুলি অভিহিত কৰে। শ্ৰীশ্ৰীমাধৱদেৱে বৰপেটাত প্ৰথম সত্ৰ স্থাপন কৰোতে 'কোটোৱা খেলোৱা' নাটৰ অভিনয় প্ৰদৰ্শন কৰিছিল।সেই নাটত মথুৰা দাস বুঢ়া আতা, বৰ বিষ্ণু আতা, জনাৰ্দ্দন আতৈ, শ্ৰীৰাম আতা প্ৰমুখ্যে অংশ গ্ৰহণ কৰিছিল। শঙ্কৰী যুগত শ্ৰীমন্ত শঙ্কৰদেৱ ৰচিত নাটকক 'অঙ্ক' আৰু শ্ৰীশ্ৰীমাধৱদেৱ ৰচিত নাটসমূহক 'ঝুমুৰা' বোলা হৈছিল।পৰৱৰ্ত্তী কালতহে অঙ্ক-ঝুমুৰাৰ পৰিবৰ্তে এইবোৰক নাট, নাটক, যাত্ৰা, নৃত্য, অঙ্কীয়া নাট আদি নামেৰে জনা যায়।

উনৈশ-শ এঘাৰ খৃষ্টাব্দত বৰপেটাত অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'বৰপেটা সনাতন সঙ্গীত সমাজ' প্ৰতিষ্ঠা কৰি স্ব-লিখিত 'জয়দ্ৰথ বধ' মুকলি মঞ্চত অভিনয় কৰে। অসমত অসমীয়া ভাষাত নাটকত অভিনয় কৰা এইটোৱেই প্ৰথম ভ্ৰাম্যমান নাট্যদ'ল। নাট্যদ'লটোৱে মুকলি মঞ্চৰ উপৰিও থিয়েটাৰো কৰিছিল- উনৈশ-শ এঘাৰ খৃষ্টাব্দৰ পৰা উনৈশ-শ আঠত্ৰিশ খৃষ্টাব্দলৈ । অৱশ্যে একৈশ খৃষ্টাব্দত ব্ৰজনাথ শৰ্মাইয়ো 'শিলা কালিকা, অপেৰা পাৰ্টি' নামৰ ভ্ৰাম্যমান থিয়েটাৰ দ'ল খুলি আধুনিক নাট্য সাহিত্যৰ বিকাশত বৰঙনি যোগায়। উনৈশ-শ তেত্ৰিশ খৃষ্টাব্দৰ নৱেম্বৰ মাহত ব্ৰজনাথ শৰ্মাই পোন প্ৰথমবাৰৰ বাবে ডুমডুমাত সহ-অভিনয় প্ৰদৰ্শন কৰিছিল।"

গুৱাহাটীৰ পৰা আহি এমাহমান ডম্বৰুধৰে ঘৰত বহিয়ে কটালে। বহাগ মাহত তেওঁৰ চতুৰ্থ গৰাকী ভনীয়েক প্ৰজাপতিৰ শুভ-বিবাহ সম্পন্ন হয়— ধৰ্ম্মকান্ত তালুকদাৰৰ সৈতে। সেই কেইদিন ডম্বৰুধৰে ঘৰত থাকি অনুভৱ কৰিলে,তেওঁলোকৰ ঘৰখনৰ অৱস্থা যেন দিনকদিনে নিশকতীয়া হৈ পৰিছে। পিতাকৰ বাবে তেৰটা সন্তানক ভৰণ-পোষণ দিয়াতো ক্ৰমান্বয়ে অসাধ্য হৈ পৰিছে। অৱশ্যে উনৈশ-শ একচল্লিশ খৃষ্টাব্দতে সন্মান সহ স্নাতক পৰীক্ষাত উৰ্ত্তীণ হোৱা জ্যেষ্ঠ সহোদৰ ভৱেন্দ্ৰমোহন পাঠকে সৰ্থেবাৰীৰ ওচৰৰ বনিয়াকুছি মাধ্যমিক বিদ্যালয়ত অবৈতনিক প্ৰধান শিক্ষক হিচাপে সামান্য বেতন লৈ কাৰ্য্য-নিৰ্বাহ কৰে।

ডম্বৰুধৰে গুৱাহাটীলৈ ঘূৰি আহি আয়ৰ এটা পথ উলিয়াই লবলৈ সিদ্ধান্ত ল'লে। তেতিয়া গুৱাহাটী বেঙ্কত কম বেতনত কেৰানীৰ চাকৰি কৰি থকা পৱিত্ৰমোহনৰ

লগত কথাটো দ'কৈ আলোচনা কৰি তেওঁ ব্যৱসায়ত নামিল। প্ৰথমে সৰু-সুৰা লোহা-লক্কৰৰ সামগ্ৰী যেনে- কব্জা, চিতকিনী, গজাল, কোৰ আদি কিনি বিক্ৰীৰ বাবে গাঁওলৈ পঠিয়ায়। পুনৰ নাৱেৰে গাঁওৰ পৰা আলু, তামোল-পান, নাৰিকল আদি গুৱাহাটীলৈ আনি বেহা-বেপাৰ কৰাত কিছু টকা-পইচা হাতত গোট খালেহি।

দণ্ডীৰামে এবাৰ ডম্বৰুধৰক কৈছিল— কাঠৰ কাৰবাৰত হেনো যথেষ্ট লাভ! কথাষাৰ ডম্বৰুধৰৰ মনত আছিল। কিছু খা-খবৰ লৈ ডম্বৰুধৰে গম পালে যে– লুইতৰপাৰৰ বন বিভাগৰ কাৰ্য্যালয়টোত শ্ৰীনিবাস নামৰ এজন ডি,এফ,অ' আছে। তেখেত তামিল ভাষী লোক। সাহস বুকুত বান্ধি পোনে পোনে গৈ তেওঁৰ কাৰ্য্যালয়ত উপস্থিত হ'ল। ত্ৰিবান্দ্ৰমত থকা কালতে শিকি লোৱা তামিল ভাষাতে তেওঁ ব্যক্তব্যখিনি দাঙি ধৰাত ডি এফ, অ' চাহাবে ক'লে, "অসমৰ ঘোৰ জঙ্গলত সোমাই কেনেকৈ তুমি কাঠৰ কাম চম্ভালিবা ? তদুপৰি তোমাৰ বয়সো তেনেই কম।"

মিচিকিয়া হাঁহি এটা মাৰি নম্ৰতাৰে ডম্বৰুধৰে ডি,এফ,অ' চাহাবক ক'লে-"ছাৰ, মই অসমৰে অসমীয়া ল'ৰা। ত্ৰিবান্দ্ৰমত থাকোঁতে তামিল আৰু মালায়ালম ভাষা কিছু শিকিছিলো।" ডি,এফ,অ' চাহাবে হৰি প্ৰসাদ বৰুৱালৈ কেইশাৰীমান লিখি দি ডম্বৰুধৰক বৰুৱাক লগ ধৰিবলৈ ক'লে।হৰিপ্ৰসাদ বৰুৱাই তেতিয়া গড়-কাপ্তানি বিভাগৰ কাৰ্য্যৱাহী অভিযন্তা হিচাবে কাৰ্য্যনিৰ্বাহ কৰি আছিল। পিছে বৰুৱাই ডম্বৰুধৰক উৎসাহিত নকৰিলে। অৱশ্যে, ডম্বৰুধৰে ব্যৱসায় কৰিবলগীয়া হোৱা অৱস্থাটোৰ কথা বৰ্ণনা কৰি পুনৰ তেখেতক অনুৰোধ কৰাত নৈৰ পৰা শিল সংগ্ৰহ কৰাৰ এটি দহ হাজাৰ টকাৰ ঠিকা দিলে। সময় মাথো পোন্ধৰ দিন।

চাপ্লাই অৰ্ডাৰ পোৱাৰ লগে লগে পৱিত্ৰমোহন আৰু ডম্বৰুধৰে চাইকেলেৰে গৈ বকোৰ ওচৰৰ শিঙৰা নৈৰ পাৰ পালেহি। তাতে মনোৰথ চৌধুৰী নামৰ ব্যৱসায়ী এজনে সৰু-সুৰাকৈ কাঠৰ কাৰবাৰ কৰি আছে। হুকুমটো চাই চৌধুৰীয়ে সহযোগ কৰিবলৈ উৎসুক হৈ পৰিল যদিও আৰ্থিক ক্ষেত্ৰত সহায় কৰাত অসমৰ্থ বুলি জনালে।তেতিয়া বকোত গেলপাইন্ নামৰ এজন গেৰিচন্ ইঞ্জিনিয়াৰে অস্থায়ী শিবিৰ পাতি আছিল। ডম্বৰুধৰ তেওঁৰ কাষ চাপিল। কথা প্ৰসঙ্গত কোমল বয়সীয়া গেলপাইন্ চাহাবে গম পালে যে-পঢ়া-শুনা চলাই যাবলৈকে আগন্তুকৰ সেই সংগ্ৰাম, তেতিয়া চাহাবেও নিজৰ

মনৰ কথা ডম্বৰুধৰক বেকত কৰিলে। গেলপাইন্ আমেৰিকান বিশ্ব-বিদ্যালয় এখনৰ স্নাতকোত্তৰ বিজ্ঞান শাখাৰ ছাত্ৰ আছিল, কিন্তু মাৰ্কিন প্ৰশাসনে বিশ্ব-যুদ্ধৰ বাবে বাধ্যতামূলক ভাবে তেওঁক লৈ আহিছে।

ডম্বৰুধৰৰ দুখত তেওঁ সমভাগী হৈ পৰিল।কিছু সময় মৌন হৈ গেলপাইন্ চাহাবে ক'লে, "তোমালোকৰ বিশেষ একো অসুবিধা ন'হব, সিটো কাৰ্য্যালয়ৰ পৰা বিলখন আনি মাথো আমাৰ কাৰ্যালয়ত দাখিল কৰাৰ লগে লগে নগদ ধন দিয়া হ'ব।"

পোন্ধৰ দিনৰ কামটো তেওঁলোকে দ'হ দিনতে শেষ কৰি প্ৰাপ্যধন আদায় কৰি পুনৰ ত্ৰিশ হাজাৰ টকা মূল্যৰ নতুন কাম ল'লে।

ইফালে আই.এচ্.চি পৰীক্ষাৰ ফলাফল ওলোৱাত দেখা গ'ল– ডম্বৰুধৰে দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈছে। যিহেতু ইতিমধ্যে গঢ় লৈ উঠা কাৰবাৰতো চলাই থাকিব লাগিব,গতিকে ডম্বৰুধৰে বি.এ মহলাত ক'লা শাখা লোৱাটোৱেই ঠিৰাং কৰিলে। বিজ্ঞান শাখাত ব্যৱহাৰিক শ্ৰেণী আদিৰ বাবে বহুতো সময়ৰ আৱশ্যক। বিষয় ল'লে- ইতিহাস, অৰ্থনীতি আৰু অসমীয়া। সহপাঠী হিচাপে পালে- অজিত শৰ্মা, অমূল্য বৰুৱা ফণী বৰা, কুমুদ চন্দ্ৰ মহন্ত আদি। শিক্ষাগুৰুসকল উমাকান্ত গোস্বামী, ড' মথুৰা নাথ গোস্বামী, ডঃ সূৰ্য্য কুমাৰ ভূঞা, ড' সুৰেশ চন্দ্ৰ ৰাজখোৱা, ড' হেৰেম্ব বৰপূজাৰী, ড' বিৰিঞ্চি কুমাৰ বৰুৱা আদি।

কেইমাহমানৰ পিছত টকৌবাৰীৰ তিনি আলিটোতে "ডি পাঠক এণ্ড ব্ৰাডাৰ্চ" নামৰ এখন কাঠৰ গোলা প্ৰতিষ্ঠাপিত হ'ল। তালৈ কুকুৰমাৰা, পলাশবাৰীৰ পৰা শাল, মাকণ, গমাৰি, বনচোম, তিতাচম্পা, কঠালচম্পা আদি কাঠৰ তক্তা সৰবৰাহ কৰা হ'ল। দোকানখনৰ হিচাব-পত্ৰ আৰু বাহিৰত ঘূৰি ফুৰা দায়িত্ব ল'লে ডম্বৰুধৰে আৰু দোকানৰ আন আন যাৱতীয় কাম-কজৰ দায়িত্ব ল'লে পবিত্ৰমোহনে। ব'কো, শিংৰা, ধূপধৰা আদি পঞ্চাশ-ষাঠি মাইল নিলগৰ ঠাইলৈ দুয়ো ককায়েক-ভায়েকে দোক্-মোকালিতে ওলায়। চাইকেলৰ পেদেলৰ ওপৰৰ ৰেস্কিনৰ মোনাটোত চিৰা, গুৰ ভৰাই লয়। কেতিয়াবা মাকইতে মৰমতে দিয়া গুড়া-সান্দহৰ টোপোলাও নিয়ে। চাইকেলৰ হেণ্ডেলত মিলিটাৰিয়ে ব্যৱহাৰ কৰা পানী-বেগ বা কেন্ এটা ওলোমাই নিয়ে। দোক্-মোকালিতে ওলাই গৈ ৰাতিহে ঘৰ পায়হি, কেতিয়াবা জঙ্ঘলৰ ভিতৰত কাঠৰ কুপতে ৰাতিটো পাৰ কৰি পিছদিনাহে ঘৰ পায়হি।

ব্যৱসায় বৃদ্ধি কৰিবলৈ মন মেলি এদিন ডম্বৰুধৰ ৰাজধানী শ্বিলঙলৈ যাবলৈ মন মেলিলে। উদ্দেশ্য শ্বিলঙত বাস কৰা জিৰাং অঞ্চলৰ 'চিয়েমক' লগ ধৰি কাঠৰ পাৰ্মিট লোৱা। ৰাতিপুৱা ছয় বজাতে তেওঁ পল্টন বজাৰৰ পৰা শ্বিলঙ যাবলৈ ওলোৱা অসম ৰাজ্যিক পৰিবহন নিগমৰ বাছত উঠিল। শ্বিলঙ-গুৱাহাটী পথ আকৌ ওৱান ৱে। যোৰাবাট, বৰ্ণিহাট, নংপু, মৌলাইত গেটৰ ব্যৱস্থা থকা বাবে যাত্ৰা কালত গোটেই দিনটো লাগে। দুপৰীয়া চাৰে-বাৰ বজাত নংপু পালেগৈ। নংপুত বৈশ্যৰ দোকানত ভাত সাজ খাই থাকোতে চিনাকী হ'ল একেখন বাছতে যাত্ৰা কৰা এগৰাকী খাচী গাভৰুৰ লগত। কথা প্ৰসংগত গাভৰু গৰাকীয়ে ক'লে–চিয়েমজন হেনো তেওঁৰ ককায়েক। গাভৰুগৰাকীয়ে চা-চিনাকি কৰি দিব বুলিও কথা দিলে। পিছ দিনাই তেওঁ পাৰ্মিট লৈ ৰাতি গুৱাহাটী পালেহি।

এসপ্তাহৰ পিছতে ডম্বৰুধৰে জিৰাং পাহাৰৰ নামনিত কেম্প পাতিলেহি। তাৰ পাছত কৰতীয়াবোৰ লাগি গ'ল গছ কটাত। মাটিত বাগৰি পৰা গা-গছবোৰ হাতী, ম'হেৰে জঙ্ঘলৰ পৰা টনাই মুকলি ঠাইলৈ আনিলে। তাৰ পৰা বেড়ফোৰ্ড ট্ৰাকেৰে গুৱহাটীলৈ চালান দিয়ালে।

ব্যৱসায়ৰ বাবে পঢ়া-শুনাত বহুখিনি ব্যঘাত হ'লেও মাজে মাজে কলেজতো তেওঁ দুই-এটা ক্লাচ কৰে। ডম্বৰুধৰ প্ৰায়ে পাণ-বজাৰত থকা তেওঁৰ সহপাঠী কুমুদ চন্দ্ৰ মহন্তৰ ঘৰলৈ যায়। কুমুদৰ পিতাক ৰাজাৰাম মহন্ত আৰু মাক ঠগেশ্বৰীয়ে ডম্বৰুধৰকো পুত্ৰবৎ স্নেহেৰে চায়। কুমুদহঁতৰ ভাৰাঘৰত এঘৰ বঙালী পৰিয়াল ভাৰাত থাকে। তেওঁলোকৰ 'কুটন' নামৰ অষ্টমমান শ্ৰেণীত পঢ়া লৰাটোক ডম্বৰুধৰে পঢ়ুৱাবলৈ ল'লে। মাজে মাজে কুমুদৰ ভায়েক অতুল আৰু ভনীয়েক মনোমতী, মনি, মাখনীহঁতকো ডম্বৰুধৰে দুই-এটা অঙ্ক শিকাই দিয়ে। তেওঁ ৰেলৰ আলিটো পাৰ হৈ আনন্দ-ভাণ্ডাৰত চাহ খাই ওলাই আহি পাণ বজাৰ ছোৱালী হাইস্কুলৰ কাষেৰে থকা সৰু পথটোৰে কলেজলৈ সন্ধিয়া কুটনক পঢ়ুৱাবলৈ যাওঁতে মাজেসময়ে মনোমতীকো তাত লগ পায়। দুই-এটাকৈ অঙ্ক শিকি থকা মনোমতীয়ে সদায়ে ডম্বৰুধৰৰ পৰা বাকীবোৰ বিষয়ো, শিকিব ধৰিলে। মাজে মাজে কুমুদৰ ভিনিয়েকহঁতৰ ঘৰলৈকো ডম্বৰুধৰ যায়। ডাঙৰ ভিনিহীয়েক অধিবক্তা শিৰিশ চন্দ্ৰ চৌধুৰীয়ে তেওঁক আইন পঢ়িবলৈ উদ্গনি দিয়ে। বৰপেটাৰ মাধৱদেৱ মহাবিদ্যালয়ৰ অধ্যক্ষ চিদানন্দ দাসক কাচিৎহে তেওঁ লগ পায়। ব্যৱসায়ী কেশৱ ৰাম বৰাক অৱশ্যে

প্ৰায়েই লগ পায়। তেওঁ মাজে মাজে 'ডি পাঠক এণ্ড ব্ৰাদাৰ্চ' দোকানলৈও আহে। ধুবুৰী মহা-বিদ্যালয়ৰ প্ৰবক্তা যাদব চন্দ্ৰ দাসো মাজে সময়ে গুৱাহাটীলৈ আহে। অসম ট্ৰিবুন কাকতৰ সহকাৰী সম্পাদক প্ৰিয়লাল দাসক অৱশ্যে প্ৰায়ে লগ পায়।

উনৈশ-শ ছিয়াল্লিশ খৃঃৰ মে' মাহৰ দ্বিতীয় সপ্তাহত কটন মহাবিদ্যালয়ৰ কাৰ্য্যালয়ৰ জাননী ফলকখনত এখন জাননী ওলমিল। ডিচ্-কলেজিয়েট হোৱা ছাত্ৰসকলৰ জাননী। ডিচ্-কলেজিয়েট হোৱা ছাত্ৰসকলৰ ভিতৰত আছে— ডম্বৰুধৰ পাঠক, বীৰেন্দ্ৰ মোহন গোস্বামী, তৰুণ সেন ডেকা, কুমুদ চন্দ্ৰ মহন্ত, উপেন দাস, সুৰেন্দ্ৰ নাথ শৰ্মা আদি।

ডিচ্-কলেজিয়েট হৈ পৰা গ্ৰুপটোৱে অধ্যক্ষ আৰ.আৰ. থমাছক লগ ধৰাত তেখেতে ছাত্ৰসকলক এটা উপদেশ দিলে। যিকেইটা বিষয়ত তেওঁলোকৰ উপস্থিতি কম হৈ আছে,সেইকেইটা বিষয়ৰ শিক্ষকসকলক লগ ধৰি বিশেষ পাঠ ল'লে,তেওঁ পৰীক্ষাত বহিবলৈ অনুমতি প্ৰদান কৰিব পাৰিব বুলি নিৰ্ভয় দিলে। কথা অনুসৰি ডিচ্-কলেজিয়েট হোৱা ছাত্ৰসকলে শিক্ষকসকলক কাকুতি-মিনতি কৰি আৱশ্যকীয় শ্ৰেণীকেইটা কৰি পৰীক্ষা দিবৰ যোগ্য হৈ পৰিল।

সেই সময়তে অধ্যক্ষ থ'মাছে খাৰঘুলি পাহাৰৰ টিলা এটাৰ ওপৰত এটা ঘৰ সাজি থকাৰ বাবে আৱশ্যকীয় কাঠখিনি 'ডি পাঠক এণ্ড ব্ৰাদাৰ্চৰ' পৰা ক্ৰয় কৰা হেতুকে ডম্বৰুধৰৰ লগত কিছুদিন আগৰে পৰা তেওঁৰ এটা সৌহাদ্য গঢ়ি উঠিছে।

এমাহৰ আগতে ঘৰৰ পৰা অহা ডম্বৰুধৰ পুনৰ গৈ ৰাজাবাৰী পালেগৈ। কাৰণ, উনৈশ-শ ছিয়াল্লিশ খৃঃৰ ত্ৰিশ বহাগত ডাঙৰ ককায়েক ভবেন্দ্ৰমোহনৰ শুভ-বিবাহ হয় বৰপেটাৰ কাকতী হাটীৰ সৰ্বেশ্বৰ কাকতীৰ দ্বিতীয়া কন্যা পূণ্যময়ীৰ লগত। বিয়াৰ দিনা ডম্বৰুধৰৰ লগৰ দামোদৰ, ধনীৰাম, বইচহঁতো এখন ম'হৰ গাড়ীৰে বৰপেটাৰ কাকতীহাটী বুলি ওলাল। মুঠ উঞ্চলিশখন ম'হৰ গাড়ীৰে বৰ-যাত্ৰী ৰাওনা হ'ল।

পুনৰ ৰাজাবাৰীৰ ঘৰত উলহ-মালহ। দণ্ডিৰামৰ চতুৰ্থ কন্যা দেৱযানীৰ শুভ-বিবাহ! বিবাহ হব-বিয়াসকুছিৰ অভিৰাম খাটনিয়াৰৰ সৈতে। বিয়াসকুছি হ'ল-প্ৰথম অসমীয়া গদ্য সাহিত্যৰ প্ৰণেতা ভট্টদেৱৰ কৰ্মভূমি।

দেৱযানীৰ বিয়াৰ পিছদিনাই ডম্বৰুধৰ ককায়েক পৱিত্ৰমোহনৰ সৈতে গুৱাহাটী পালেহি। পৱিত্ৰমোহনে অকলেই ব্যৱসায় চলাব লগীয়া হ'ল। চাকৰি ইস্তফা দি তেওঁ

ইতিমধ্যে ব্যৱসায়ত লাগি গৈছে। ডম্বৰুধৰ দিনে-ৰাতিয়ে পঢ়া-শুনাত ব্যস্ত হৈ পৰিল। বি,এ পৰীক্ষালৈ আৰু কেইদিনমানহে বাকী। এনেতে এদিন কুটনইঁতৰ ঘৰলৈ যোৱাত মনোমতীয়ে মিচিকিয়া হাঁহিৰে তেওঁক আগন্তুক পৰীক্ষাৰ বাবে শুভেচ্ছা জনালে।

বি-এ পৰীক্ষাৰ ফলাফল ঘোষণা কৰাত দেখা গ'ল-ডিচ্-কলেজিয়েট হৈ পৰা আটাইকেইজন ছাত্ৰই পৰীক্ষাত উত্তীৰ্ণ হৈছে! অধ্যক্ষ আৰ, আৰ, থমাছ সমন্বিতে আন আন শিক্ষকসকলে ডিচ্-কলেজিয়েট গোটটোৰ সদস্যকেইজনক কলেজত লগ পাই হাঁহি হাঁহি অভিনন্দন জনালে।

বি, এ, পাছ কৰাৰ পাছত ভৱেন্দ্ৰমোহন আৰু পৱিত্ৰমোহনে ভায়েকক কলিকতালৈ গৈ আইন আৰু স্নাতকোত্তৰ মহলাত পঢ়াৰ বাবে উপদেশ দিলে। ৰাজাৰাম মহন্ত আৰু শিৰিশ চন্দ্ৰ চৌধুৰীয়েও ডম্বৰুধৰক কলিকতালৈ যাবলৈকে উপদেশ দিলে।

সেই বছৰৰে জুলাই মাহৰ শেষৰ ফালে ডম্বৰুধৰ আৰু কুমুদ চন্দ্ৰ কলিকতালৈ ৰাওনা হ'ল। পাণ্ডু জাহাজ ঘাটেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰ পাৰৰ আমিনগাঁওত দুয়ো বাষ্পে ৰেলত উঠিল। আমিনগাঁওৰ ৰেল-ষ্টেচনলৈ পৱিত্ৰমোহন আৰু ৰাজাৰাম মহন্তৰ পৰিয়ালবৰ্গও আগবঢ়াই থ'বলৈ আহিল।

অসমৰ বাহিৰলৈ যোৱা ডম্বৰুধৰৰ অভিজ্ঞতা আছে যদিও কুমুদ চন্দ্ৰৰ সেয় প্ৰথম ভ্ৰমণ। গুৱাহাটীৰ পৰা একেখন ৰেলত গৈ পূৰ্ব-বঙ্গৰ পাৰ্বতীপুৰ জংচনত ৰেলখন সলাবলগীয়া হ'ল। তাৰ এদিনৰ পিছত বিয়লি তিনিমান বজাত কলিকতাৰ শিয়ালদহ ষ্টেচন্ পালেগৈ। ৰেলখন ষ্টেচনত ৰওঁ ৰওঁ হওঁতে কুমুদে শুনিলে-প্লেটফৰ্মত কুলিবোৰৰ চিঞৰ-বাখৰ! বাবু-কুলি, কুলি....কু..লি। এই চাই, চাই..চাহ। গৰম গৰম চিংৰা। বৰ্দ্ধমানেৰ সন্দেস। জয়নগৰেৰে মুৰা..........................। ৰসগোল্লা.............................। টিকট, টিকট।

ষ্টেচন্‌ৰ ব্যস্ততাৰ পৰা বাহিৰলৈ ওলাই দুয়ো ঘোঁৰাৰ বাগী এখনত উঠি ল'লে। গন্তব্য স্থান মিৰ্জাপুৰ ষ্ট্ৰীটৰ 'চেন্ট্ৰেল হোম' নামৰ হোটেল। সাধাৰণতে অসমৰ ছাত্ৰসকল 'চিন্ট্ৰেল হোমবা 'আইডিয়েল হোম তে প্ৰথমে উঠে। শিয়ালদহ ৰেল ষ্টেচনৰ পৰা গোটেইটো পথেই ব্যস্ততাৰে ভৰা। টেক্সী, ঠেলা গাড়ী, ৰিক্সা, ঘোঁৰা বাগী, ফেৰীৱালা, পদচাৰী, ট্ৰাক, বাছ, ট্ৰামৰ গেৰ্-গেৰনিৰ কোলাহলত ডম্বৰুধৰ আৰু কুমুদচন্দ্ৰৰ কাণ তাল মাৰিলে। কুমুদে ডম্বৰুধৰক ক'লে, বাপৰে গুৱাহাটী আৰু কলিকতাৰ মাজত বহুত

তাৰতম্য নেই! ঘোঁৰাৰ বাগীত উঠি দুয়ো লানি নিছিগা আট্টালিকাবোৰ চাই চাই গন্তব্য স্থান পালেগৈ। ইমানবোৰ শব্দ-ভেদী ঘোঁৰাৰ ভৰিৰ খট্ খট্ শব্দ প্ৰকট্ হৈ পৰিল।

কেইদিনমানৰ পিছতে ডম্বৰুধৰে কলিকতা বিশ্ব-বিদ্যালয়ত ইতিহাস বিভাগৰ স্নাতকোত্তৰ মহলা আৰু আইনৰ স্নাতক মহলাত নাম ভৰ্তি কৰে। কুমুদচন্দ্ৰই ইতিহাস বিভাগত নাম লগায়। পিছে লগে লগে হাৰ্ডিঞ্জ হোষ্টেলত চিট্ যোগাৰ নোহোৱাত তেওঁলোক আৰু কিছু দিন চেন্ট্ৰেল হোমতে থাকিবলগীয়া হয়। অৱশ্যে প্ৰায়ে তেওঁলোক হাৰ্ডিঞ্জ হোষ্টেললৈ গৈ অসমৰ ছাত্ৰসকলক লগ ধৰেগৈ। ডম্বৰুধৰৰ বাল্যবন্ধু গুণজিৎ তালুকদাৰ, তেওঁৰ ককায়েক প্ৰাণজিৎ তালুকদাৰ, প্ৰমোদ চন্দ্ৰ বৰ্মন, নৰেশ ৰাজখোৱা, জ্যোতি মেধিহঁত হাৰ্ডিঞ্জ হোষ্টেলত ওচৰা-ওচৰিকৈ আছে। তদুপৰি কটন কলেজৰ সহপাঠী অমূল্য বৰুৱা আৰু জগদীশ ফুকন গৈ গড়পাৰাৰ মেছ এটাত আছে। গুৱাহাটীৰ শুক্ৰেশ্বৰ মন্দিৰৰ ওচৰৰ ভৱদেৱ শৰ্মা আৰু মাধৱ চন্দ্ৰ ডেকাকো ডম্বৰুধৰে বিজ্ঞান মহাবিদ্যালয়ৰ ছাত্ৰাবাসত লগ পালে। হৰেন কলিতাকো ডম্বৰুধৰে মাধৱ চন্দ্ৰৰ তালৈ যাওঁতে লগ পালে। অৱশ্যে কলিতাৰ নাম তেওঁ গুৱাহাটীতেই শুনিছিল কাৰণ তেওঁ হেনো কলিকতাত বহু দিনৰে পৰা আছে, তালৈ যোৱা অসমৰ মানুহক সকলো কামতে সহায় কৰে।

সেইবাৰ আসাম ভাষা উন্নয়নী সভাৰ যুটীয়া সম্পাদকৰ দায়িত্বত আছে—প্ৰমোদ চন্দ্ৰ বৰ্মণ আৰু পৰাগধৰ চলিহা। কলিকতাৰ অসমীয়া ছাত্ৰ সমাজ গ্ৰুপিঙৰ সম্পৰ্কত যথেষ্ট উদ্বিগ্ন হৈ পৰা পৰিলক্ষিত হৈছে। এই সম্পৰ্কে বহুতো আলোচনা-বিলোচনা চলিব ধৰিছে। মাজে সময়ে কংগ্ৰেছৰ কামত গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, ফকৰউদ্দিন আলী আহমেদ, মহেন্দ্ৰ মোহন চৌধুৰী, অমিয় কুমাৰ দাস, পুষ্পলতা দাস, ডাঃ ভুৱনেশ্বৰ বৰুৱা আদি ব্যক্তি কলিকতালৈ আহিলে ছাত্ৰ সমাজে তেওঁলোকক লগ ধৰি গ্ৰুপিঙৰ আও-ভাও লয়। তাৰ মাজতে এদিন কৃষ্ণ বৰকাকতী চেন্ট্ৰেল হোমলৈ গৈ ডম্বৰুধৰক প্ৰমোদ চন্দ্ৰ বৰ্মণে লিখা 'আসাম ৰেজিষ্ট গ্ৰুপিং'নামৰ পুথিকা পত্ৰখন দি বহু সময় আলোচনা কৰে। কেইদিনমানৰ পিছত বৰকাকতী আহি ক'লে, "বুজিছে, এক এপ্ৰিলৰ দিনা দিল্লীত বিক্ষোভকাৰীসকলে ক'লা পতাকা উৰুৱাই কংগ্ৰেছ বিৰোধী শ্লʼগান গাই মহাত্মা থকা দিল্লীৰ ভঙ্গী ক'লনিৰ জুপুৰীৰ ওপৰত শিল দলিয়ালে।পঞ্জাৱ আৰু বঙ্গ দুয়োখন প্ৰদেশৰ বিভাজনৰ প্ৰশ্ন উঠাত তাৰ হিন্দুসকল ভয়ত আতঙ্কিত হৈ পৰিছে!ইতিমধ্যে

পঞ্জাবৰ আকালি দ'লৰ নেতা মাষ্টাৰ তাৰা সিঙে প্ৰকাশ্যে ঘোষণা কৰিলে যে-শিখসকলৰ স্বাৰ্থৰ প্ৰতিকূলে ভাৰত বিভাজনৰ সিদ্ধান্ত গ্ৰহণ কৰিলে ভয়াবহ পৰিস্থিতিৰ সৃষ্টি হব।''

কথাখিনি শুনি ডম্বৰুধৰ আচৰিত হ'ল যদিও তেওঁ ক'লে, ''বুজিছে বৰকাকতী মই আমাৰ পাণবজাৰৰ আড্ডাত সিদিনা এজন আজাদ হিন্দ ফৌজৰ সৈনিকক লগ পাইছিলো। তেওঁ মনিপুৰলৈকে যাব: দিল্লীৰ পৰা গৈছে।'' তেখেতে আমাক কৈছিল-এদিন হেনো মহাত্মা লাল-কিল্লালৈ আজাদ হিন্দ ফৌজৰ যুদ্ধবন্দীসকলক চাবলৈ গৈছিল। সৈনিকসকলক উদ্দেশ্য কৰি মহাত্মাই কৈছিল- ''সত্যাগ্ৰহ বন্দুকৰ গুলীতকৈ বহুত গুণে শক্তিশালী''।

অহিংস উপায়ে দেশসেৱাত আত্মনিয়োগ কৰিবলৈ তেওঁলোকে মহাত্মাজীক প্ৰতিশ্ৰুতি দিছিল যদিও এজন সৈনিকে হেনো কৈছিল, ''আজাদ হিন্দ ফৌজৰ কালছোৱাত ধৰ্মৰ কোনো ভেদ ভাৱেই আমাৰ মনত খেলোৱা নাছিল। কিন্তু, ইয়াত আমি পাইছো 'হিন্দু চাহ'- 'মুছলমান চাহ'। কি কৰা যায় ?''

মহাত্মাই ক'লে, ''আপোনালোকে সহ্য কৰিছে কিয় ?''

সৈনিকজনে উত্তৰ দিলে, ''নহয়, আমি সহ্য নকৰো। হিন্দু চাহ আৰু মুছলমান চাহ মিহলাই আমি পুনৰ সমানে ভাগ বটাওঁ। ৰুটিৰ বেলাও তাকে কৰোঁ।''

খোলা অন্তৰেৰে হাঁহি মাৰি মহাত্মাই ক'লে, ''বৰ ভাল কথা।''

''আচল কথাটো কি জানে পাঠক, বৃটিচ গভৰ্ণমেণ্টে বোলে ইতিমধ্যে ক্ষমতা হস্তান্তৰ কৰাৰ শেষ সিদ্ধান্ত লৈয়ে লৈছে। যোৱা কালিৰ পৰা অৰ্থাৎ বাৰ আগষ্টৰ হিন্দু নামৰ বাতৰি কাকতখনত ওলাইছে—লৰ্ড ৱাভেলে জৱাহৰলাল নেহেৰুক অন্তৰ্বৰ্ত্তী চৰকাৰ এখন স্থাপন কৰবলৈ আমন্ত্ৰণ জনাইছে। জৱাহৰলালে পুনৰ এবাৰ জিন্নাক লগ ধৰি তেওঁৰ মনোনীত মন্ত্ৰীকেইজনৰ বিষয়কেইটা বাচি লবলৈ অনুৰোধ জনাইছে যদিও জিন্নাই চৰকাৰত অংশ গ্ৰহণ কৰিবলৈ সন্মত নহ'ল। গতিকে জিন্নাক বাদ দিয়ে জাতীয় চৰকাৰ গঢ়িবলৈ ওলাইছে-জৱাহৰলালে! ইপিনে পাকিস্থানৰ দাবী সাব্যস্তৰ বাবে মুছলীম লীগে ঘোষণা কৰিছে 'ডাইৰেক্ট্ একচন্ ডে'। ইচ্ ৰাম,মই গড়পাৰালৈ যাবই লাগিব-অমূল্য বৰুৱাক লগ পোৱাৰ বাবে। আহো দেই; পিছে আজি সন্ধিয়া এবাৰ হাৰ্ডিঞ্জ হোষ্টেললৈ ওলাবচোন।''

ইতিমধ্যে কলিকতা মহানগৰীৰ বাট-পথৰ দেৱালবোৰত ''ডাইৰেক্ট একচন্ ডে'ৰ বাবে মুচলিম লীগৰ নামত কিছুমান প্ৰচাৰ পত্ৰিকা দেখা পোৱা গৈছে। কৰবাত কিহবাৰ যেন গুম্-গুমনি আৰম্ভ হৈছে। কেউফালে যেন এটা থম্-থমীয়া পৰিৱেশ বিৰাজমান !

ডম্বৰুধৰৰ সহপাঠী গুৱাহাটীৰ লাখটকীয়া অঞ্চলৰ ব্যৰিষ্টাৰ ফকৰউদ্দিন আলী আহমেদৰ নিকট আত্মীয় ৰিপন ৰচুলো কলিকতালৈ পঢ়িব আহিছে। চৌধ্য আগষ্টত ৰচুলে ডম্বৰুধৰক ৰাতিৰ আহাৰৰ বাবে নিমন্ত্ৰণ কৰিলে।ৰচুল মেচ-বজাৰ এলেকাত আছেহি। ভাত খাই থাকোঁতে আন কেইজনমান নিমন্ত্ৰিত অতিথিৰ মাজত আলোচনা চলিল— অহাকালি গড়ৰ-মাথ মৈদানত মুছলীম লীগে এখন বিশাল ৰাজহুৱা সভা আহ্বান কৰিছে।সভাখনত উপস্থিত থাকিবলৈ ডম্বৰুধৰেও আগ্ৰহ প্ৰকাশ কৰিলে।ভাত খাই উঠি ডম্বৰুধৰে ৰচুলৰ পৰা বিদায় লৈ মেচ-বজাৰ এলেকাৰ পৰা চেন্ট্ৰেল হোম পালেহি।

ইপিনে সেই ৰাতিয়েই মাজনিশাৰ পৰা 'আল্লা হো আকবৰ' ধ্বনিত আকাশ-বতাহ মুখৰিত হৈ পৰিল। ডম্বৰুধৰ, কুমুদ আৰু চেন্ট্ৰল হোমৰ আন আন বাসিন্দাসকলে ভয়ে ভয়ে চাঁদৰ ওপৰত উঠিলগৈ। হোটেলৰ সন্মুখত লোহাৰ গেট বন্ধ! বিকট চিঞৰ-বাখৰৰ মাজতে জুই শিখাবোৰ বহু দূৰলৈকে ঠায়ে ঠায়ে দেখা গ'ল। চাঁদখনত উঠি থকা মানুহকেইজনে একো ধৰিব নোৱাৰিলে যদিও আস্ফালনবোৰৰ পৰা এটা আন্দাজ কৰি ল'লে, নিশ্চয় সাম্প্ৰদায়িক সংঘৰ্ষ লাগিছে। ৰঙা হৈ পৰা আকাশখনৰ পূব-কোণে ক্ৰমান্বয়ে সূৰ্য্য ওলাই আহিল। ঠায়ে ঠায়ে বহ্নি শিখাবোৰ তেতিয়াও জ্বলিয়েই আছে। কেউফালে কেৱল ধোঁৱা, ভেকেটা-ভেকেট গোন্ধ! পথৰ ওপৰত মৃত আৰু অৰ্দ্ধ-মৃত মৰাশবোৰ সিচৰিতহৈ পৰি আছে। ট্ৰাকত মৰাশবোৰ উঠাই নিয়াৰ বিভৎস দৃশ্য! দৃশ্যবোৰ দেখি কুমুদ আৰু ডম্বৰুধৰে হোটেলৰ কোঠাটোৰ খিৰিকি দুখন বন্ধ কৰি দিলে। দুয়োৰো কঁপনি উঠিল। বহুসময় থৰ্-থৰ্ কৈ কপি থাকিল।

হঠাতে হাৰ্ডিঞ্জ হোষ্টেললৈ ৰেৱতী মোহন পাল নামৰ ছাত্ৰ এজন ক'ৰবাৰ পৰা ফোঁপাই-জোঁপাই আহি ক'লেহি-এতিয়া তোমালোকে নিজক বচোৱাৰ ব্যৱস্থা নিজেই কৰা।সময় আৰু নাই। মহাকাল আহি আছে! সেই সময়তে এক ট্ৰাক হকী ষ্টিক্ আনি কোনোবাই হাৰ্ডিঞ্জ হোষ্টেলৰ সন্মুখত পেলাই থৈ গ'ল।হাৰ্ডিঞ্জ হোষ্টেলৰ দাঁতিতে থকা ইডেন্ হোষ্টেলৰ ছাত্ৰসকলো ওলাই আহি গেটৰ ওচৰ পালেহি।হাৰ্ডিঞ্জ হোষ্টেলৰ জ্যেষ্ঠ

ছাত্ৰসকল জুম বান্ধি আহি ইডেন্ হোষ্টেল পালেহি। জপনামুখতে পূৰণজিৎ তালুকদাৰক দেখি ককায়েক প্ৰাণজিৎ তালুকদাৰে ধমকি দি তেওঁক লগতে লৈ গ'ল। পিছে কিছুপৰৰ পিছত কলুতলা ষ্ট্ৰীটৰ গুণ্ডাবোৰে থৈলাবোৰ কেৰাচিন তেলত ডুবাই ডুবাই হোষ্টেলৰ পিছ ফালৰ খিৰিকিবোৰৰ আইনাবোৰ ভাঙি অগ্নি সংযোগ কৰি কোঠাৰ ভিতৰলৈ দলিয়াই দিয়াৰত মুহূৰ্ত্ততে বিভীষিকাৰ সৃষ্টি হ'ল। ছাত্ৰসকলে দৌৰ মাৰি আহি হাৰ্ডিঞ্জ হোষ্টেলত আশ্ৰয় ল'লেহি।

সিপিনে হাওৰা দলঙৰ ওপৰত শিখ আৰু মুছলমানৰ মাজত লগা তুমুল সংঘৰ্ষৰ ফলত বহুজনৰ মৃত্যু হ'ল।

অমূল্য বৰুৱা আৰু জগদীশ ফুকণে গড়পাৰাৰ মেচৰ পৰা যোঁপাই-জোঁপাই আহি কোনোমতে চায়েঞ্চ কলেজ হোষ্টেলত আশ্ৰয় ল'লেহি। ইতিমধ্যে পুলিচ ভান এখন আহি হোষ্টেলৰ আগত ৰোৱাত আন আন ছাত্ৰসকলৰ লগতে ভৱদেব শৰ্মা, মাধৱ চন্দ্ৰ ডেকা, অমূল্য বৰুৱা আৰু জগদীশ ফুকনো তাত উঠি ল'লে। পিছে জগদীশ ফুকনে তেওঁৰ মানিবেগটো আনিবলৈ পাহৰাত গাড়ীখনৰ চালকজনক ক্ষন্তেক ৰ'বলৈ অনুৰোধ কৰি গড়পাৰাৰ অভিমুখে দৌৰ মাৰিলে। অমূল্য বৰুৱাইয়ো তেওঁৰ সংগ দিলে। কিছু সময় বৈ ভোঁ-ভোঁৱাই পুলিচ ভানখন আঁতৰি গ'ল। ইপিনে তেওঁলোক গৈ গড়পাৰাৰ মেচৰ পৰা ওলাই অহাৰ পিছতে হাতত দা-তৰোৱাল লৈ অহা দ'ল এটাই দুয়োকে ঘেৰি লৈ টুকুৰা-টুকুৰকৈ কাটি পেলালে।চকুৰ পচাৰতে জগদীশ ফুকন আৰু বিপ্লৱী কবি অমূল্য বৰুৱাৰ দেহ টুকুৰা-টুকুৰ হৈ গ'ল!

তিনিদিনৰ পিছত অমূল্য বৰুৱাৰ কাকত-পত্ৰৰ টোপোলাৰ সৈতে কিছু বয়-বস্তু আৰক্ষীয়ে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যক অৰ্পন কৰিলে; কাৰণ অমূল্য আৰু বীৰেন্দ্ৰ কুমাৰ নলে-গলে লগা বন্ধু আছিল। অমূল্যৰ মৃত্যুত বীৰেন্দ্ৰ কুমাৰে প্ৰচণ্ড আঘাত পাই চেন্ট্ৰেল হোমত থকা বন্ধু ডম্বৰুধৰৰ ওচৰলৈ আহি ক'লে, গুৰু, মই এতিয়া কি কৰোঁ? ডম্বৰুধৰ আৰু বীৰেন্দ্ৰ কুমাৰ কটন কলেজত একেলগে পঢ়া আৰু প্ৰথমৰে পৰাই তেওঁ ডম্বৰুধৰক গুৰু বুলি মাতে। ডম্বৰুধৰে তেওঁক ধৈৰ্য্য ধৰি থাকিবলৈ অনুৰোধ কৰিলে।

সোতৰ আগষ্টলৈকে অ'ত-ত'ত তেনে তাণ্ডৱলীলা চেগা-চোৰোগাকৈ চলিয়েই আছে। ওঠৰ আগষ্টত সৈন্য বাহিনী মকৰল কৰা হ'ল। হিন্দু বা মুছলমান সৈনিকৰ

অবিহনে সৰহ সংখ্যক ইউৰোপিয়ান সৈনিকহে দেখা গ'ল। সেইদিনা ৰাতিপুৱা চেন্ট্ৰেল হোম'ৰ বেলকনিৰ পৰা ডম্বৰুধৰহঁতে দেখিলে— মিৰ্জাপুৰ ষ্ট্ৰীটেৰে এজন দাড়ি চুলি পকা বেপাৰীয়ে ভাৰ এখনত কেইটামান কণী আৰু দুটামান কুকুৰা লৈ আহি আছে। হঠাতে দুৰ্বৃত্তৰ দল এটাই বুঢ়াজনক চোঁচৰাই আনি মাটিত বগৰাই শিল এটাৰ ওপৰত মূৰটো পেলাই লৈ আন এটা শিলেৰে থেকেচি থেকেচি মাৰি পেলালে। চকুৰ পচাৰতে তেনে নৃশংস হত্যাকাণ্ড দেখি তেওঁলোকৰ গাৰ নোম শিয়ঁৰি উঠিল!

পৰিস্থিতি কিছু নিয়ন্ত্ৰাণাধীন হৈছে। যদিও জাকে জাকে কাউৰী শগুণেৰে আকাশ ভৰি পৰিছে। দুই এজন পথচাৰী দেখা পোৱা গ'ল। অৱশ্যে দোকান-পোহাৰবোৰ তেতিয়াও বন্ধ। মানুহৰ ঘৰৰ দৰজা-খিৰিকি পৰ্য্যন্ত খোলা নাই। 'চেন্ট্ৰেল হোম'ৰ তলৰ ডাওঙৰ ফাৰ্ম্মাচিখন অৱশ্যে খোলা। ডম্বৰুধৰ, কুমুদ আৰু আনকেইজনমান ব্যক্তি চাঁদৰ ওপৰত আড্ডা মাৰি আছে। আজিৰ পুৱাটোহে কিছু মুকলি যেন লাগিছে। হঠাতে ছয়-সাতজনমান মানুহৰ দল এটা ফাৰ্ম্মাচীখনৰ পিনে আগুৱাই আহি কৰ্ম্মচাৰীজনক চুৰীকাঘাট কৰাত দৌৰ মাৰি গৈ তেওঁ এটা সৰু লৰা-ছোৱালী থকা হোষ্টেলত আশ্ৰয় ল'লে। দলটোও হোষ্টেলৰ ভিতৰলৈকে সোমাই গ'ল। পিচে মানুহজনক বিচাৰি নোপোৱাত হোষ্টেলত থকা কণ কণ লৰাকেইটামানকে বাহিৰলৈ উলিয়াই আনিলে। তাৰ পিছত 'মা কালী' বুলি চিঞৰৰ মাৰি মাৰি এজনৰ পাছত আনজনকৈ অবোধ শিশুকেইটাক বধ কৰিলে।

চাঁদৰ ওপৰত সেই দৃশ্য চাই থকা মানুহ কেইজনে চকু জপাই নিজ নিজ কোঠালৈ দৌৰিবলৈ ধৰোঁতে কুমুদে চিঞৰি দিলে, "বন্ধ কৰ, বন্ধ...! কুমুদে আৰু চিঞৰিবলৈ নাপালে, ওচৰতে থকা ডম্বৰুধৰে সৰ্বশক্তি প্ৰয়োগ কৰি তেওঁৰ মুখত সোপা দি নিজ কোঠালৈ আনি দৰৰ্জাখন বন্ধ কৰি দিলে। বহুসময় তেওঁলোকৰ দুয়োখন বিচনা যেন থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে।

গোটেই কলিকতাতে মানুহৰ মৰাশৰ ভেকেটা-ভেকেট্ গোন্ধত জীৱিত মানুহবোৰো অৰ্দ্ধমৃত যেন হৈ পৰিল। জ্বৰ, কাঁহ, বমি, তেজ হাগনিয়ে মহামাৰীৰ ৰূপ ধাৰণ কৰিলে।

শেতেলীত বাগৰিয়েই কুমুদে চিঞৰি উঠিল, "মই আৰু এদিনো কলিকতাত নাথাকো। আজিয়েই যাম।"

"ৰহচোন কুমুদ, আমি আগেয়ে হাৰ্ডিঞ্জ হোষ্টেলত গৈ অসমৰ আন আ ছাত্ৰসকলনো কেনেকৈ ঘৰলৈ উভতি যায় সেইতো জানি লব লাগিব।"

এইকেইদিনতে অন্ততঃ পাঁচ হাজাৰ লোক নিহত আৰু পোন্ধৰ হাজাৰৰো অধিক আহত হোৱা বুলি চুৰাৱৰ্দী চৰকাৰে ঘোষণা কৰিলে যদিও, হিচাপ নোপোৱা ধৰণে প্ৰাণহানি আৰু জখম হ'ল। চাৰ চাফট্ আহমেদ খানে নেহেৰু চৰকাৰৰ মন্ত্ৰী পদ লবলৈ অহাৰ বাবে তেওঁকো হত্যা কৰিলে ।

কলিকতাত 'ডাইৰেক্ট একচন্ ডে' পালন কৰি যি নৃশংস হত্যাকাণ্ড হৈ গ'ল,তাৰ পিছৰ পৰা সাম্প্ৰদায়িক সংঘৰ্ষ গোটেই ভাৰতবৰ্ষৰ নগৰে-চহৰে বনজুইৰ দৰে বিয়পি পৰিল। অৱশ্যে গাঁওবোৰত তেতিয়াও প্ৰৱেশ কৰা নাই যদিও পূৰ্ব বঙ্গৰ নোৱাখালি আৰু ত্ৰিপুৰাৰ গাঁওসমূহত মুছলমানে হিন্দুৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে। তাৰ প্ৰতিক্ৰিয়া বিহাৰতো আৰম্ভ হ'ল।

উনৈশ আগষ্টৰ দিনা অধ্যয়ণৰ হাবিয়াস সিমানতে সামৰি ডম্বৰুধৰ আৰু কুমুদ চন্দ্ৰই গৃহাভিমুখে যাত্ৰা কৰিলে। সৈন্য বাহিনীৰ সহস্ৰ পহৰাৰ মাজত তেওঁলোক শিয়ালদহ ষ্টেচনত ৰেলত উঠিল। ৰেলত আহোঁতে কুমুদচন্দ্ৰই ডম্বৰুধৰক ক'লে, 'গুৱাহাটীতবা কি অৱস্থা!"

কিছুসময় নিৰৱে থাকি ডম্বৰুধৰে কলে - 'অসমত এইবোৰৰ একো প্ৰভাৱ নপৰে, চাবি। ভাৱি চাচোন, সেই ডাইৰেক্ত একচ্‌ন ডেৰ আগদিনা এজন মুছলমানে এজন হিন্দুক প্ৰবাসত লগ পাই ভাত খাবলৈ নিমন্ত্ৰণ কৰিছিল। ৰছুলে সিদিনা মোক ভাতসাঁচ খাবলৈ মাতিছিল যে তোৰ মনত নাই ? অসমখন শঙ্কৰ মাধৱৰ দেশ, আজান পীৰৰ দেশ!

বাটত একো বাধা-বিঘিনিৰ সন্মুখীন নোহোৱাকৈ দুদিন-দুৰাতিৰ মূৰত দুয়ো বান্ধে আহি গুৱাহাটী পালেহি। দুয়োকে দেখি ৰাজাৰাম মহন্তৰ পৰিয়াল আৰু পৱিত্ৰমোহনৰ মুখত পানী আহিল। গুৱাহাটীৰ পৰিৱেশ সম্পূৰ্ণ স্বাভাৱিক।সৰু-সুৰা উদ্বিগ্নতাও পৰিলক্ষিত হোৱা নাই!

গুৱাহাটী পাই পুনৰ পৱিত্ৰমোহনে চলাই থকা কাঠৰ গোলাত ডম্বৰুধৰ ব্যস্ত হৈ পৰিল। সিফালে দণ্ডীৰাম ক্ৰমান্বয়ে বৃদ্ধ হৈ পৰাত তেওঁৰ কাৰবাৰো সংকুচিত হৈ

পৰিছে। ৰাজাপাৰাৰ ঘৰখন লাহে লাহে আৰ্থিক সংকটত পৰাত গুৱাহাটীৰ কাঠৰ ব্যৱসায়ৰ পৰাই মাহে মাহে ধন পঠিয়াব লগীয়া হ'ল। দণ্ডীৰামৰ জ্যেষ্ঠ পুত্ৰ ভবেন্দ্ৰমোহনে সেই সময়ত ভেল্লা মাধ্যমিক ইংৰাজী বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে কাৰ্য্য-নিৰ্বাহ কৰি আছে যদিও ভেঞ্চাৰ বিদ্যালয়সমূহত চাকৰি কৰা শিক্ষকসকলে যথেষ্ট নিম্ন-মাননীত শিক্ষকতা কৰিবলগীয়া হয়। সন্মান সহ স্নাতক ডিগ্ৰীধাৰী ব্যক্তি হৈয়ো নিজাৰ অঞ্চলটোৰ উন্নতিৰ হকে ভবেন্দ্ৰমোহনে ভেল্লা মাধ্যমিক ইংৰাজী বিদ্যালয়তে আবদ্ধ হৈ আছে।মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা মাধ্যমিক পৰ্য্যায়লৈ উত্তৰণ হোৱা জন্মলগ্নৰে পৰা স্তৰে স্তৰে গঢ় দি সেই অঞ্চলৰ এখন প্ৰখ্যাত শিক্ষানুষ্ঠান হিচাপে গঢ়ি তোলাত তেওঁ যথেষ্ঠ কষ্ট কৰিবলগীয়া হয়। মাথো দুবছৰৰ আগৰ কথা। এদিন চৰকাৰৰ পৰা পোৱা অনুদানখিনি বৰপেটাৰ পৰিদৰ্শকৰ কাৰ্যালয়ৰ পৰা পঠিয়াই দিয়াত ধনখিনি সহকাৰী শিক্ষকবৃন্দৰ মাজত আংশিক ভাবে বিতৰণ কৰি দিয়াৰ পাছত প্ৰধান শিক্ষকৰ হাতত ৰ'লহি এটা আধলি।সেই আধলিটো ভবেন্দ্ৰমোহনে চকিদাৰ ৰহিম বক্সলৈ আগবঢ়াই দিয়াত ৰহিমে কেইখোজমান পিচুৱাই গৈ কঁপা কঁপা মাতেৰে ক'লে, "ছ্যাৰ,আধলিটো মোক নালাগে,আপোনাৰি লগতে থওঁক। আপোনাৰ ভাগততো একোৱেই নপৰিল!" পিছে, প্ৰধান শিক্ষকৰ নিৰ্দেশত আধলিটো ৰহিমেই ৰাখিব লগীয়া হ'ল!

পূৰ্ণ উদ্যমেৰে কাঠৰ ব্যৱসায় চলিবলৈ ধৰিলে। ৰাণী, জিৰাং, নংপু, যোৰাবাট, বকো, শিংৰা, ধুপধৰা, কৃষ্ণাই, লক্ষীপুৰ, অঞ্চলৰ পৰা কাঠবোৰ টকৌবাৰীৰ 'ডি পাঠক গু ব্ৰাডাৰ্চলৈ' অনা হ'ল। কাঠৰ দোকানখনলৈ আঠগাঁওৰ কবৰস্থানৰ দাঁতিতে বাস কৰা বিহাৰী মিস্ত্ৰীকেইজনমানে বৰকৈ অহা-যোৱা কৰে। এজন আদহীয়া মিস্ত্ৰীয়ে ভালে কেইদিনমানৰ পৰা ডম্বৰুধৰক আমনি কৰি আছে— সিহঁতৰ বাসস্থানলৈ গৈ কিছু পুৰণি হিচাপ-পত্ৰ কৰি দিয়াৰ বাবে। এদিন কাঠৰ দোকানৰ হিচাপ-পত্ৰবোৰ সোনকালে শেষ কৰি তেওঁ গৈ সেই ঠাই ওলোৱাত মানুহজনে আথে-বেথে ডম্বৰুধৰক মাতি নি ঘৰৰ ভিতৰ চ'ৰাত বহুৱালে। চাহ-তাহ খাই বহুসময় পাৰ হৈ যোৱাতো হিচাপ-পত্ৰখিনি তেওঁক দাখিল নকৰাত ডম্বৰুধৰে অধৈৰ্য্য হৈ কথাটো তেওঁৰ মনত পেলাই দিলে। পিছে মানুহজনে বাৰে বাৰে 'আৰু অলপ সময় বহকচোন, বহক' বুলিহে কয়। ডম্বৰুধৰৰ চিন্তা বাঢ়ি যাবলৈ ধৰিলে— হাৰে, ইমান দিনৰ পৰা মোক মাতি মাতি এতিয়ালৈকে হিচাপখিনি আগবঢ়াই নিদিয়াৰ অৰ্থ কি ? ক্ৰমান্বয়ে ৰাতি হৈ আহিল। ঘড়ীত নবাজো বাজো। তেওঁৰ মনত সন্দেহ হ'ল— ইহঁতৰ উদ্দেশ্য নিশ্চয় বেলেগ!

কিছুসময়ৰ পিছত তেওঁ এটা বুদ্ধি পাঙিলে। মিস্ত্রীজনক ক'লে, "ইস্, ইমান ৰাতি মই অকলে ফিৰি যোৱাতকৈ ৰাতিটো নহ'লে ইয়াতেই পৰি থাকো দিয়া।"

— "হব, হব বাবু একো অচুবিধা নাই আছে।"

"পিছে এটা কথাহে, মানে মই অলপ পায়খানাত যাব লাগে।"

— হব, আহক মই আপনাক দেখাই দিওঁ বুলি তেওঁক কিছুদূৰ বাট দেখুৱাই চোতালৰ এমূৰে ম'গ এটা হাতত দি ক'লে— "ইয়াতে বাল্টিত পানী আছে, আপনি এই মৰাপাট খেতিৰ কাষেৰে গৈ আগৰ ধানৰ পথাৰত সোমালেই হব।"

হাতত ম'গটো লৈ ডম্বৰুধৰে মৰাপাটৰ খেতিডৰা পাৰহৈ হালি হালি ধাননি পথাৰখনৰ কিছুদূৰৈৰ পৰা দৌৰি দৌৰি গৈ মিলিটেৰী কেম্প্ এটাৰ চেন্ট্রী গার্ডজনক সকলো কথা বিৱৰি কোৱাত মাজৰাতি দুজন গার্ডে তেওঁক টকৌবাৰীৰ বাস-গৃহত থৈ আহিলগৈ। প্রত্যুৎ-পন্নমতিৰ বাবেই হয়তো সেইদিনা তেওঁ ৰক্ষা পৰিল।

ক্রমান্বয়ে আর্থিক বিষয়ত কিছু সবল হৈ পৰিল যদিও সন্ধিয়া ভাগৰি-যুগৰি শেতেলিখনত পৰি সিদিনা ডম্বৰুধৰৰ ত্রিৱান্দ্রমৰ অধ্যক্ষ আয়াৰৰ কথাষাৰ মনত পৰিল- 'জ্ঞানৰ অবিহনে গতি নাই।' কিবা এটা শঙ্কাত ডম্বৰুধৰৰ অন্তৰাত্মা কঁপি উঠিল, তেওঁৰ আৰু পঢ়া-শুনা নহ'ব নেকি? কাৰণ ডম্বৰুধৰে ভালদৰে জানে— ছাত্রানাং অধ্যয়নং তপঃ। কিন্তু, তেওঁ এতিয়া উপায়বিহীন। নাই, নপঢ়িলে নহ'ব। তেওঁ পুনৰ পঢ়িবই! হাজাৰ বাধাৰ সন্মুখীন হ'লেও তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈকো যাব! মনোমতীয়েও প্রায়ে তেওঁক ওকালতি পঢ়াৰ বাবে প্রেৰণা যোগায়। সেই সময়ত হয়তো সত্যনাথ বৰাই লিখা কথাফাকি তেওঁৰ মনত পৰিল-'বিদ্যা মানব মনৰ দীপ্তি,তাৰ ৰশ্মিৰ পোহৰত কাম কৰি মানুহে ধন, মান আৰু যশস্যা লাভ কৰে।'

অৱশেষত ভাৰতবাসীৰ প্রত্যাশাৰ দিনটো কাষ চাপি আহিল।বৃটিছ চৰকাৰে পার্লিয়ামেন্টত 'ইণ্ডিয়া ইনডিপেনডেনচ্ এক্ট-১৯৪৭' বিলখন গ্রহণ কৰি ভাৰত উপমহাদেশখনক ভাৰত আৰু পাকিস্থান নামেৰে দুখন সুকীয়া ৰাষ্ট্রত বিভক্ত কৰি স্বাধীনতা প্রদান কৰাৰ কথা ঘোষণা কৰিলে। দেশৰ আন আন ঠাইৰ দৰে গুৱাহাটীতো সাতদিনমানৰ আগৰে পৰা ৰাইজ আনন্দত মতলীয়া হৈ পৰিছে। চৈধ্য আগষ্টৰ আবেলিৰ পৰাই

মানুহৰ ঘৰ, দোকানবোৰৰ আগত দীপাৱলীৰ দৰে ক'ল গছত বন্তি প্ৰজ্বলন কৰিলে। ডবা, শঙ্খ, ঘন্টাৰ শব্দত চৌদিশ ৰজনজনাই গ'ল।

সেইদিনাই নৌকাৰে ৰাজাপাৰাৰ পৰা গুৱাহাটী ওলালহি দণ্ডীৰাম পাঠক। উদ্দেশ্য স্বাধীনতাৰ মুহূৰ্তত গুৱাহাটীত থাকি আনন্দ উপভোগ কৰা। ৰাতি গীৰ্জা ঘৰত বাৰ বজাৰ ঘন্টা বাজি উঠাৰ লগে লগে আকাশবাণীৰ বাতৰিত শুনা গ'ল– জৱাহৰলাল নেহৰুৰ কালজয়ী ভাষণ– "মাজনিশাৰ ঘন্টাবোৰ বাজি উঠিলে, জগতখন যেতিয়া শুই আছে, তেতিয়া ভাৰত মুক্ত জীৱনলৈ সাৰ পালে..........................।

ভাৰত স্বাধীন হ'ল। কিন্তু জননীৰ অঙ্গচ্ছেদৰ পৰা জন্ম হ'ল-পাকিস্তান। দেশ দুভাগ হ'ল। জাতি দ্বি-খণ্ডিত হ'ল, সৈন্য দলৰ দু-বিভাগ হ'ল, ধন ভঁড়াল বেলেগ হ'ল, ক'ল-কাৰখানাবোৰ গ'ল এফালে আৰু তাৰ সামগ্ৰীবোৰ বৈ গ'ল আনফালে, শস্য উৎপাদনৰ থলী বৈ গ'ল এহাতে আৰু হাট-বজাৰ থাকিল আনহাতে।

কিছুদিনৰ আগৰে পৰা সাম্প্ৰদায়িক সংঘৰ্ষই গৃহযুদ্ধৰ আকাৰ ল'লে।অঙ্গচ্ছেদৰ বাবে তপত তেজৰ স্ৰোঁত বৈ গ'ল। জাতিৰ পিতা মহাত্মা গান্ধীয়ে অনুভৱ কৰিলে যেন তেওঁৰ সপোনৰ ৰামৰাজ্য চকুৰ প্ৰচাৰতে ভাঙি চুৰমাৰ হৈ গ'ল!

ইফালে শেতেলীখনত বাগৰ দি এক স্বস্থিৰ নিশ্বাস পেলাই তেওঁ চকু দুটা জপাই দিয়াৰ চেষ্টা চলালে যদিও তেওঁৰ চকুৰ আগত ভাঁহি উঠিল– বেলশৰৰ ট্ৰেইনিং কেম্প, দিহঝাৰিৰ কেম্প, নৱগ্ৰহৰ অস্ত্ৰ-ভাণ্ডাৰ লুণ্ঠন, শেণচোৱাত আৰক্ষীৰ হাতত কৰায়ত্ব হোৱা মুহূৰ্তটো, হেণ্ডকাফ্ লগাই কমৰত ৰচী বান্ধি কাৰাগাৰলৈ চালান দিয়া দৃশ্যটো, কোচিন আৰু ত্ৰিৱান্দ্ৰম ৰাজ্যত কটোৱা গুপ্তাবাসৰ সময়খিনিকে আদি কৰি বহুতো স্মৃতিগাথা!

কিছুসময়ৰ পাছত আন্ধাৰতে খেপিয়াই খেপিয়াই জুইশালাৰ বাহটো বিচাৰি লেম্পটো তেওঁ জ্বলাই ল'লে। তাৰ পাছত বাওঁহাতৰ আঙুলিৰ ওপৰি ভাগৰ মঙহ এৰাই ওখোৰা-মোখৰা হৈ পৰা ঠাইডোখৰ কিছু সময় চাই থাকিল।

লেম্পটো নুমাই দি পুনৰ শেতেলিখনত বাগৰ দিলে। এইবাৰ সোঁ-হাতৰ আঙুলিৰে বুকুত বেনেটৰ খোচ খোৱা আংশডোখৰ লাৰি চালে। দুচকুৰে তেওঁৰ আনন্দাশ্ৰু বাগৰি গ'ল।

মুখেৰে একোকে নামাতি আনখন শেতেলিত বাগৰ দি থকা দণ্ডীৰামে পুতেকৰ কাৰু-কাৰ্য্যবোৰ চাই থাকি আনন্দতে তেওঁৰো দুয়ো গালে দুচলো অশ্রু নিগৰি পৰিল।

তেতিয়াও কাণত পৰিছে ফটকা কিম্বা বোমাৰ শব্দ।পৰাধীনতাৰ শিকলি ছিঙি আনন্দত মতলীয়া হৈ পৰিছে– দেশবাসী!

তাৰ এমাহৰ পিছতে দণ্ডীৰাম পাঠকৰ ষষ্ঠ কন্যা হৈমৱতীৰ শুভ-বিৱাহ হয় হাউলিৰ ৰাজা কিশোৰ দাসৰ সৈতে।

হৈমৱতীৰ বিৱাহৰ লেঠা-কুঠা মাৰি পাচঁমাহমানৰ পিছত দণ্ডীৰাম আহি গুৱাহাটীৰ টকৌবাৰী পালেহি। পুত্রদ্বয় কাঠৰ গোলাতে ব্যস্ত। দুপৰীয়াৰ ভাতমুঠি খাই লৈ অলপ জিৰাই-সতাই লোৱাৰ পাছতে কাল সন্ধিয়া নামি আহিল। ডম্বৰুধৰে ৰেডিঅ'টো চলাই দিয়াত যেন বীণামেঘে বজ্রপাত! দিনটো হ'ল-উনৈশ-শ আঠ-চল্লিশ খৃষ্টাব্দৰ ত্রিশ জানুৱাৰী। সন্ধিয়াৰ বাতৰি বাজি উঠিল- আজি আবেলি দিল্লীৰ প্রার্থনা সভালৈ যাওঁতে নাথুৰাম গডছে নামৰ আততায়ী এজনৰ গুলীত জাতিৰ পিতা মহাত্মা গান্ধীয়ে প্রাণ এৰিলে।মহাত্মাৰ মুখৰ শেষ কথাফাঁকি আছিল– 'হে ৰাম'।

জাতিৰ পিতাজনে মৃত্যুবৰণ কৰিলে এজন অর্ধনগ্ন ফকীৰৰ দৰে দেশৰ এজন সাধাৰণ নাগৰিকহৈ।তেওঁৰ কোনো ৰাজকীয় উপাধী, ৰাষ্ট্রীয় পদবী, ঐশ্বর্য্য-বিভূতি, বিশ্ব-বিদ্যালয়ৰ ডিগ্রী নাছিল। মহাত্মা আছিল মানৱ জাতিৰ বিবেকৰ মূর্ত-প্রতীক। কুড়ি শতিকাৰ অভিনৱ মানব!

গান্ধীৰ মৃত্যুত আধুনিক যুগৰ অন্যতম বৈজ্ঞানিক এলবার্ট আইনষ্টাইনে ক'লে, "মানব জাতিৰ ভবিষ্যত বংশধৰসকলে তেওঁৰ জীৱনীৰ পৰা উৎসাহ, উদ্দীপনা পাব।"

মহাত্মাৰ বিয়োগত পৃথিৱীৰ পৰিচিত অপৰিচিত শ'ত সহস্রলোকে যি অনুভৱ কৰিলে ঠিক সেয়েই যেন প্রতিফলিত হ'ল ফৰাচী সমাজবাদী নেতা লিয়ন ব্লুমৰ লিখনিত- "মই কেতিয়াও গান্ধীক দেখা নাই। তেওঁৰ ভাষা মই নুবুজো। তেওঁৰ দেশত মই কোনোদিন ভৰি দিয়া নাই; অথচ মই অনুভৱ কৰিছো মোৰ যেন বৰ আপোন এজনহে মই হেৰুৱাইছো। এই আসাধাৰণ ব্যক্তিৰ মৃত্যুৱে আজি সমগ্র পৃথিৱীৰ লোকক শোক সাগৰত ডুব নিয়াইছে। মানব ইতিবৃত্তত এনে দৃষ্টান্ত বিৰল।"

পৃথিৱীৰ কৌটি কৌটি জনতাৰ দৰে শোকত ম্রিয়মান হৈ পৰা টকৌবাৰীৰ সেই ঘৰটোতো তিনিদিনৰ বাবে চকত চাউল নুঠিল। দুখত ভাগি পৰা পিতাকক ডম্বৰুধৰে এবাৰ ক'লে– "পিতা, ভাতকেটামান খা।"

দণ্ডিৰামে উত্তৰ দিলে, "নাউঁবাপা, জাতিৰ পিতাই গুচি গেল, তুহুন এঠান কিহৰ ভাত খোৱাৰ কথা ক'এ ?"

ডম্বৰুধৰ নিমাত! দণ্ডিৰামে আওৰালে–

"তুমি বাৰম্বাৰ হুয়া অৱতাৰ।
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ॥"

তাৰ কেইমাহমানৰ পিছতে নগাঁওৰ ৰাজাপাৰাৰ গৃহত সাধাৰণ জ্বৰত ভুগি মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ তিথিৰ দিনা দণ্ডিৰাম পাঠক বৈকুণ্ঠগামী হয়।

ভৱেন্দ্ৰমোহন, পৱিত্ৰমোহন, ডম্বৰুধৰ, খগেন, ৰমণী, ক্ষীৰদা আৰু তৰুহঁতৰ সন্মুখৰ আকাশখন য়েন ভাঙি পৰিল! অৱলা আৰু ভনীয়েক ভাৰতী বিধৱা হ'ল।

পৱিত্ৰমোহন আৰু ডম্বৰুধৰে হৃদয় ভৰা ব্যথা বুকুত বান্ধি লৈ কৰ্তব্যৰ আহ্বানত পুনৰ আহি গুৱাহাটী পালেহি। বহুকেইজন শুভাকাঙ্ক্ষীৰ উপৰিও কুমুদচন্দ্ৰ, ৰাজা ৰাম মহন্ত, গিৰিশ চন্দ্ৰ চৌধুৰী, কেশৱ ৰাম বৰা, প্ৰিয় লাল দাস প্ৰমুখ্যে আন আন ব্যক্তিসকলে পিতৃহাৰা যুৱক দুজনক যথেষ্ট শান্তনা দিলেহি।

গধূলিপৰত পিতাকক সুঁৱৰি ডম্বৰুধৰে নামঘোষাৰ পদকেইটিমান পঢ়িব ধৰে–

"যাদৱ যদুনন্দন মাধৱ মধুসূদন
তুমি নিত্য নিৰঞ্জন নাৰায়ণ
তোমাত লৈলো শৰণ ॥
ইবাৰ কৰুণাময় হৰি কমলাপতি
মোৰে নাছাড়িবা নাৰায়ণ।
অৰুণ চৰণতলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ ॥"

—মাধৱদেৱ।

কৰ্ম-যোগীৰ কামৰ বিৰতি নাই। অনুকূল আৰু প্ৰতিকূল পৰিৱেশৰ মাজতো কৰ্ম "সদায়েই এক বোৱতী নৈ! "ডি পাঠক এণ্ড ব্ৰাদাৰ্চ" নামৰ প্ৰতিষ্ঠানতোৰ সকলোবোৰ খাটাৰ বেটুঁপাতত ডম্বৰুধৰে লিখি থৈছে– "এডভাৰচিটি এণ্ড প্ৰাইভেচন্ আৰ দ্যা কাইনেটিক্ ফ'চ্ টু এচিভ্ প্ৰচ্পাৰিটি এণ্ড চাকচেছ্।" কথাফাঁকি যেন তেওঁৰ জীৱনৰ চালিকা শক্তি হৈ পৰিছে।

উনৈশ-শ উনপঞ্চাশ খৃঃৰ জুলাই মাহত ডম্বৰুধৰ আৰ্ল ল কলেজত ভৰ্তি হয়। গুৱাহাটী চহৰৰ মাজ মজিয়াতে থকা দীঘলী পুখুৰী পাৰৰ উত্তৰ-পূৱ কোণত অৱস্থিত আৰ্ল-ল কলেজ। অধ্যক্ষ জ্ঞাননাথ বৰা, ৰাধিকা ৰাম দাস, ওৱাজেদ আলী, ধৰ্মকান্ত শৰ্মা, তীৰ্থ নাথ ফুকন আদি শিক্ষকবৃন্দই অতি আগ্ৰহেৰে ছাত্ৰসকলক শিক্ষাদান কৰে।ডম্বৰুধৰৰ লগতে জ্যোতি প্ৰকাশ ভট্টাচাৰ্য্য, তৰুণ সেন ডেকা, সুৰেণ শৰ্মা আদিয়ে একেলগে আৰ্ল-ল কলেজত ভৰ্তি হয়।

ডম্বৰুধৰৰ ব্যৱসায় আৰু শিক্ষা একেলগে চলিবলৈ ধৰিলে।ইপিনে তেওঁৰ আগৰ সহপাঠীসকলৰ প্ৰায়ে পঢ়া-শুনা ইতি কৰি চৰকাৰী চাকৰিত কিম্বা ব্যৱসায়ত আত্ম-নিয়োগ কৰিলে। চাওঁতে চাওঁতে এটা বছৰ পাৰ হৈ গ'ল। ইতিমধ্যে প্ৰথম বাৰ্ষিক আইন পৰীক্ষাত তেওঁ উত্তীৰ্ণ হ'ল। পিচে, তেওঁৰ বিশিষ্ট বন্ধু জ্যোতি প্ৰকাশ ভট্টাচাৰ্য্য পৰীক্ষাত উত্তীৰ্ণ হ'লেও শ্ৰেণীত উপস্থিত নাথাকি বেছি ভাগ সময় তাচপাতৰ আড্ডাতে সময় নিয়াব ধৰিলে। জে, পি বঙালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ বিজ্ঞান বিষয়ৰ শিক্ষক। তেওঁ বহুদিনৰ পৰা হোটেল এখনতে থকা-খোৱা কৰে। জে, পি তাচৰ আড্ডাত মচগুল হৈ থকা বাবে এদিন তেওঁৰ বিচনা, কিতাপ-পত্ৰ উঠাই টকৌবাৰীৰ ঘৰলৈ বন্ধু ডম্বৰুধৰে লৈ আহিল। তাৰ পিছৰ পৰা জে,পিয়ে একনিষ্ঠাৰে পঢ়া-শুনা কৰি যাব ধৰিলে। পৱিত্ৰমোহনে দুয়োকে যথেষ্ট অনুপ্ৰেৰণা দিয়ে।

উনৈশ-শ একাৱন্ন খৃঃৰ চাৰি জেঠৰ দিনা গোৱালপাৰা জিলাৰ বৈতামাৰী অঞ্চলৰ আমতলা গাঁৱৰ বিশ্বম্ভৰ চৌধুৰীৰৰ প্ৰথমা কন্যা প্ৰেমলতাৰ লগত পৱিত্ৰমোহনৰ বিৱাহ সম্পন্ন হয়।

পুনৰ কাঠৰ ব্যৱসায় আৰু আইন পঢ়াত ব্যস্ত হৈ পৰিল ডম্বৰুধৰ।ইফালে কুমুদ চন্দ্ৰই কলিকতাৰ পৰা উভতি আহি 'লোকেল একাউণ্ট'ৰ কাৰ্য্যালয়ৰ হিচাপ পৰীক্ষক

পদত সোমাইছে। বন্ধৰ দিনাখন তেওঁ পাণ-বজাৰৰ পৰা আহি 'ডি পাঠক এণ্ড ব্ৰাদাৰ্চ'ত আড্ডা মাৰেহি। ডম্বৰুধৰেও প্ৰায়ে তেওঁলোকৰ ঘৰলৈ যায়।সেই বছৰৰ জাৰকালিত ৰাজাৰাম মহন্তৰ পৰলোকপ্ৰাপ্তি ঘটে।

ঊনৈশ-শ বাৱন্ন খৃষ্টাব্দত দ্বিতীয় বাৰ্ষিকৰ আইন পৰীক্ষাত উত্তীৰ্ণ হৈ ডম্বৰুধৰ তৃতীয় বাৰ্ষিকত উঠিল। জে.পিয়ে তেতিয়াও ডম্বৰুধৰৰ লগতে টকৌবাৰীৰ ঘৰতে থাকি পঢ়া-শুনা আৰু চাকৰি চলাই আছে।

ঊনৈশ-শ তেৰন্ন খৃঃৰ মাৰ্চ মাহত দুয়ো আইনৰ চূড়ান্ত পৰীক্ষাত অৱতীৰ্ণ হয়। ডম্বৰুধৰে পাণবজাৰৰ কুমুদচন্দ্ৰৰ ঘৰলৈ প্ৰায়ে অহা-যোৱা কৰি আছে।অহুকাণে-পহুকাণে মনোমতী আৰু ডম্বৰুধৰৰ প্ৰেমৰ কথাটো গৈ এদিন কুমুদচন্দ্ৰৰ কাণতো পৰিল। কুমুদচন্দ্ৰই কথাটো বৰ সহজ ভাৱেৰে লব পৰা নাই। আচলতে কেইবছৰমানৰ আগৰেপৰা কথাটো পৰিয়ালৰ সকলোৱে জানে যদিও কুমুদচন্দ্ৰক কোনেও কোৱা নাছিল। কাৰণ তেওঁ অলপ আকোৰ-গোজ প্ৰকৃতিৰ ব্যক্তি। অৱশ্যে মনোমতীৰ মনৰ কথাটোতে ঠগেশ্বৰী আৰু কুমুদৰ আটাইকেইজন ভিনিহীয়েক-বাইয়েকেও মানি লোৱাত কুমুদচন্দ্ৰইয়ো হয়ভৰ দিলে।

ইপিনে ৰাজাবাৰীৰ ঘৰতো ঘুনুক্-ঘানাক্ কৈ ডম্বৰুধৰৰ বিয়াৰ কথা চলিল। মাজুবৌৱেক প্ৰেমলতাৰ মুখৰ পৰাই কথাটো ঘৰৰ সকলোৱে জনাজনি হৈ পৰাত দুয়ো গৰাকী বৌৱেক, মাক, সৰু-মাক আৰু দৰাৰ ভনীয়েকহঁত এদিন গুৱাহাটীলৈ আহিল। গুৱাহাটীৰ পাণবজাৰত থকা প্ৰয়াত ৰাজাৰাম মহন্ত আৰু ঠগেশ্বৰী মহন্তৰ ষষ্ঠ কন্যা মনোমতীক আঙুঠি পিন্ধালেগৈ।

প্ৰয়াত ৰাজাৰাম মহন্ত পলাশবাৰীৰ ওচৰৰ পাল্লীৰ লোক।তেওঁলোকৰ সত্ৰ এখনো আছে। কিন্তু পুলিচ বিভাগৰ চাকৰি কৰি বহুত দিন গুৱাহাটীত থকা বাবে তেখেতে ৰিহাবাৰী অঞ্চলতে মাটি এডোখৰ কিনি সৰু ঘৰ এটা সাজিছিল। অৱসৰ গ্ৰহণৰ পিছত পেঞ্চনৰ সামান্য টকাকেইটাৰে গোটেইটো পৰিয়াল চলিবলৈ অসুবিধা হোৱাত পাণবজাৰত বাস কৰা তেওঁৰ ডাঙৰ জোৱায়েকৰ মাটিত এটা ঘৰ সাজি থাকিবলৈ ললে আৰু ৰিহাবাৰীৰ ঘৰটো ভাৰাত দিলে। ৰাজাৰাম মহন্তই অতি সততা আৰু নিষ্ঠা সহকাৰে আৰক্ষী বিষয়া হিচাবে কাৰ্য্যনিৰ্বাহ কৰিছিল।

ডম্বৰুধৰে স্ব-লিখিত এটি গীত মনোমতীক উপহাৰ দিলে—

সাগৰৰ সীমা নাই
নাই পৰিধি ভালপোৱাৰ।
ফুলৰ পাপৰিৰ দৰে
চটিয়াই ফুৰে
মধু সুৱাসৰ
অসীম জোৱাৰ।
নীল আকাশত জ্বলে
চিক্-মিক্ তৰাৰে চাকি
পাতি লৈ
প্ৰেমৰ পোহাৰ।
শাৰদী পুৱাতে জাগে
আবেগৰ শিহৰণ
মধু মিলনৰ
আশা প্ৰত্যাশাৰ।

ঊনৈশ-শ তেৰন্ন খৃঃৰ জেঠ মাহৰ পহিলা তাৰিখে ডম্বৰুধৰে দৰা সাজি ওলাল গুৱাহাটীৰ টকৌবাৰীৰ ঘৰৰ পৰা। দৰাই কইনা ঘৰলৈ যাবলৈ ওলোৱাৰ সময়ত আয়তীসকলে গীত জুৰিলে—

"লক্ষণ সুধিছো তোমাকে, বজ্ৰ-শিলা ধেনু ভাঙবা
যাবানা লগতে ? লক্ষণ, সুধিছো তোমাকে।"

* *

কইনা ঘৰলৈ গৈ দৰাৰ ভনীয়েক তৰুলতাই জোৰা নাম (খিচা গীত) এটি লগাই দিলে—

"ওচিনাৰে (পানী পচা) পানীখেনি ক'ত ফেলম সিঁচি,
কইনাৰে মায়েকক ক'ত মাতিম খিচি।
নাকান্দিবা কইনাৰ মাক, হ'লা বেৰত ধৰি
জীয়েৰকৈ জোঁৱাই ঠৌগা
তিয়ঁহৰ জালী।"

ডম্বৰুধৰৰ বিয়াত নগাঁও আৰু বৰপেটাৰ পৰা পঞ্চাশজনমান লোক গুৱাহাটীলৈ আহিল। কইনালৈ তেওঁলোক আমিনগাওঁৰ পৰা বৰপেটা-ৰোডলৈ ৰেলেৰে আহি তাৰ পৰা বাছেৰে ৰাজাপাৰা পালেহি। দৰাধৰা অচ্যুৎ চন্দ্ৰ শৰ্মাও ৰাজাপাৰালৈ আহি দুদিনৰ পিছতহে বৰপেটা পালেগৈ।

গুৱাহাটী চহৰৰ পাণবজাৰতকৈ নগাঁওৰ ৰাজাবাৰীৰ পৰিৱেশ সম্পূৰ্ণ আচহুৱা যদিও মনোমতীয়ে স্বামী-গৃহত সকলো কথাতে মনোনিৱেশ কৰি চলাৰ চেষ্টা কৰিলে। ডম্বৰুধৰে বৰপেটা আৰু পাটবাউসী সত্ৰলৈ ন-কইনাৰ সৈতে সেৱা সৎকাৰ কৰি আহিল। সত্ৰীয়া নিয়মবোৰৰ ক্ষেত্ৰত অৱশ্যে মনোমতী সৰুৰে পৰাই অভ্যস্ত, কাৰণ দেউতাকৰ লগত সৰুৰে পৰা তেওঁলোকো পাল্লীৰ গাঁওৰ ঘৰৰ সত্ৰলৈ অহা-যোৱা কৰিছিল।

কিছুদিনৰ পিছতে আইনৰ শেষান্ত পৰীক্ষাৰ ফলাফল ঘোষিত হ'ল। ডম্বৰুধৰে সুখ্যাতিৰে উত্তীৰ্ণ হোৱাত সকলোতকৈ সুখী ব্যক্তিজন নিশ্চয় পৱিত্ৰমোহন। কাৰণ, পৱিত্ৰমোহনে ভায়েকৰ পঢ়াৰ বাবে ব্যৱসায়ৰ মাজতে ভায়েকক কেৱল সময় উলিয়াই দিয়াই নহয় অনবৰতে উৎসাহ-উদ্দীপনা আৰু সাহস যোগাই আছিল। ককায়েকৰ সাহসতে ডম্বৰুধৰে লণ্ডনৰ 'লিংকনচ ইন'ৰ লগত যোগাযোগ কৰি বাৰ এট্-ল পাঠ্যক্ৰমৰ সবিশেষ বিচাৰিলে। কাকত-পত্ৰবোৰ ঠিক-ঠাক কৰি কলিকতাৰ ট্ৰেভেলিং এজেন্ট টমাছ কুক এণ্ড কোম্পানিৰ লগত পাছপোৰ্ট, ভিচা, বিমানৰ টিকট আদিৰ বাবে যোগাযোগ চলালে। সকলোবোৰ সুকলমে হৈ গ'ল যদিও আৰ্থিক দিশটোত কিছু অন্তৰায় হৈ ৰ'ল। যথেষ্ট মিতব্যয়ীতাৰে চলি কিছু ধন গোট খাইছিল যদিও চৰকাৰৰ পৰা একো আৰ্থিক অনুদান আবেদন নকৰাকৈ নিম্ন-মধ্যবিত্ত পৰিয়ালৰ এজন যুৱক সাত সাগৰ তেৰ নদী পাৰ হৈ ব্যাৰিষ্টাৰী পঢ়িবলৈ যাব খোজাটো যেন এক দুসাহস !

'ডি পাঠক এণ্ড ব্ৰাদাৰ্চ'ৰ বাকী খাটাত বহু পৃষ্ঠা ভৰি আছে। বাকীখিনি আদায় কৰাৰ উদ্দেশ্যেৰে ডম্বৰুধৰ উঠিপৰি লাগিল। সৎ উদ্দেশ্য বেকত কৰাত বহুখিনি বাকী পৰি থকা ধন আদায় হ'ল যদিও তেনে ক্ষেত্ৰত ডম্বৰুধৰৰ অভিজ্ঞতা বাঢ়িল।এবাৰ এগৰাকী বিশিষ্ট চিকিৎসকে শ্লিপ্ পঠিয়াই বহু টকাৰ কাঠ বাকী নি হয়তো পাহৰি যোৱাৰ বাবে বা হেলাতে ধনখিনি আদায় দিয়া নাছিল। ডম্বৰুধৰ তিনিবাৰ মান তেওঁৰ

ঘৰলৈ গৈয়ো বিফল হৈ ঘূৰি অহাত ককায়েক পৱিত্ৰমোহনে তেওঁক বুজনি দিলে, নালাগে দেঁ, নালাগে সেইকেইটা ধন। সেইবোৰ হ'ল সমাজৰ ভব্য-গব্য ব্যক্তি,তেওঁলোকৰ সগত মিছায়ো তৰ্ক-বিতৰ্কত লাগি থাকি একো লাভ নাই, ভৱিষ্যতে বেপাৰখনহে বাধাপ্ৰাপ্ত হব!"

"কিয় দাদা, তেৰাসকলেই যদি অসমীয়া ব্যৱসায়ীকেইজনক তেনে অৱস্থা কৰে, তেন্তে আৰু কোন ডেকা ওলাই আহিব? আজি আকৌ এবাৰ মই যাম, শেষবাৰৰ বাবে।"

ক্ষন্তেক পিছতে ডম্বৰুধৰ গৈ ব্যক্তি গৰাকীৰ ঘৰ ওলালগৈ।কথাখিনি পুনৰ উনুকিয়াই দিয়াত তেখেতে ক'লে, "হে'ৰা, ধনখিনি যোগাৰ কৰিবই পৰা নাইহে। মোৰ ঘৰটো বনাওতেই টকাখিনি শেষ হ'ল।"

ডম্বৰুধৰে পুনৰ ক'লে, "মানে, মই বিলাতলৈ যাম বুলি ভাবিছো, ব্যাৰিষ্টাৰী পঢ়িবলৈ। তেনেস্থলত পাওনা ধনখিনি সোনকালে নাপালে মোৰ বৰ অসুবিধা হব।"

"হব বাৰু, মই এতিয়া বৰ ব্যস্ত, তুমি এতিয়া যোৱাগৈ পিছত মই তোমাক খবৰ দিম।"

"ঠিক আছে, মই যাওঁ বাৰু, পিচে সমাজৰ ভব্য-গব্য ব্যক্তিসকলেই যদি আমাৰ দৰে থলুৱা ব্যৱসায়ী তথা ছাত্ৰসকলক পাওনা ধনখিনিও যথা সময়ত দিবলৈ হেলা কৰে, তেন্তে....."

"কি ক'লা? তুমি....... "

"নহয় সমাজৰ আগত মই কাৰো মুখা খোলা নাই যদিও খোলাটোহে উচিত।"

"তুমি কি কৈছা....?"

"যিখিনি ক'লো, মই মোৰ মনৰ কথাকে ক'লো। পাওনা টকাকেইটা মোক আৰু নালাগে তাৰ বাবে মই আৰু কেতিয়াও নাহোঁ।"

কথাখিনি কৈয়েই হুৰ-মূৰকৈ ওলাই গৈ ডম্বৰুধৰ ৰাজআলিত উঠিল।

পিছদিনা ৰাতিপুৱাই ডম্বৰুধৰ সপৰিয়ালে ৰেলত উঠিল।গন্তব্য স্থান নগাঁওৰ ৰাজাপাৰা। এসপ্তাহ গাঁওখনত ঘূৰি মেলি আত্মীয়-স্বজনসকলক মাত লগালে। তাৰ

পিছত বৰপেটা কীৰ্ত্তন ঘৰলৈ গৈ সেৱা জনাই এঘাৰ মে'ৰ দিনাখন ঘূৰি আহি গুৱাহাটী পালেহি। সন্ধিয়া মাজুদাদাকক ক'লে, "বুজিচ দাদা, এই এশ'টকাখন মোৰ বাবে আজি বৰ মূল্যবান সম্পদ।"

"কিয়, কথাটো কি?'

কিয় জান, আমাৰ মাৰ বৰপেটাত থকা যে দৈৱকী পেহীয়েকৰ লৰা দেবেন মামা, মই বিলাতলৈ যাম বোলা খবৰটো পাই তেওঁ আহি আমাৰ ঘৰ পালেহি। মামা বৰপেটালৈ ঘূৰি যোৱাৰ সময়ত জেপৰ পৰা এই টকা শ' উলিয়াই মোৰ হাতত গুজি দি কৈছিল, "ভাগিন হো ল', তোৰ কিবা কামত লাগোব যা।"

সেই নিশা বহুপৰলৈ ডম্বৰুধৰৰ চকুত টোপনি নাছিল। স্মৃতিবোৰে তেওঁৰ মনটো জুমুৰিদি ধৰিছে। বিদায়পৰত জন্মদায়িনী মাতৃৰ গৌৰাবান্বিত তথা থোকা-থুকি মাতৰ কথাষাৰ— "নাউঁবাপা, তই যাবা অলচাহ, বপৰে সাত সাগৰ, তেৰখন নদী পাৰ হৈ যাবা লাগোব'! যা বাচা যাঁ, ডাঙাৰ মানুহ হৈ ঘূৰি আহ সনকালতে।"

সৰু মাক ভাৰতীৰো অশ্ৰুসিক্ত হৈ পৰা নয়নযুৰি চাদৰৰ আচলেৰে মচি মচি ডম্বৰুধৰৰ মূৰত হাত বোলালে।

পত্নী মনোমতীৰ অশ্ৰুবন্যা বাগৰি নপৰাকৈ ৰখা ৰঙা হৈ পৰা মুখখন! মনোমতীয়ে বহু কিবাকিবি ক'বলৈ খুজিও যেন একোকে নক'লে। এবাৰ ডম্বৰুধৰে ভাবিলে-মনোমতীকো বিলাতলৈ লগতে নিব পৰাহেঁতেন!

ইয়াৰ উপৰিও ডম্বৰুধৰ ওলাই অহাৰ সময়ত তেওঁলোকৰ চোতালত গোট খোৱা বৃদ্ধ বনিতাৰ পৰা কণ কণ শিশুলৈকে সকলোৰে অদ্ভুত চাৱনিবোৰ বহুদিনলৈকে ডম্বৰুধৰ মনত সজীৱ হৈ আছিল।

# বিলাত-যাত্ৰা আৰু উচ্চ-শিক্ষা

অৱশেষত প্ৰত্যাশিত দিনটো আহি পৰিল। উনৈশ শ তেৱন্ন খৃঃৰ বাৰ মে'ৰ দিনা আমিনগাওঁৰ পৰা আচাম বেঙ্গল ৰেলত উঠি ডম্বৰুধৰে সাত সাগৰ তেৰ নদী পাৰ হোৱাৰ মানসেৰে যাত্ৰা আৰম্ভ কৰিলে।

কলিকতাত টমাচ্ কুক্ ট্ৰেভেলিং কোম্পানীৰ এজেন্টৰ পৰা যাৱতীয় কাকত-পত্ৰবোৰ গোটাই তিনিদিনৰ পিছত পুনৰ ৰেলত উঠিল। বোম্বে মহানগৰত দুদিন থাকি তৃতীয় দিনা পুৱাতে চন্ত্ৰাক্ৰো'জ বিমান বন্দৰ পালেহি। আজিয়েই তেওঁৰ প্ৰথম উৰা-জাহাজত উঠা অভিজ্ঞতা হব! লাউঞ্জত কিছু সময় উদ্বিগ্নতাৰে বৈ থকাৰ পাছতে তেওঁৰ নামটো শুনা গ'ল।চিক'ৰিটি বুথেৰে পাৰ হৈ তেওঁ পেন্ আমেৰিকান এয়াৰ লাইনচ্‌ৰ উৰা-জাহাজত উঠিলগৈ। বিমান উৰো উৰো! এনেতে ঘোষণা এটা শুনিবলৈ পালে–যান্ত্ৰিক বিজুতিৰ বাবে আজিৰ ফ্লাইট্ বন্ধ।

যাত্ৰীসকলে কপালক ধিয়াই হোৰহোৰাই বিমানৰ পৰা নামি আহি লাউঞ্জ পালেহি। কতৃপক্ষই যাত্ৰীসকলক হোটেল তাজলৈ লৈ গ'ল। হোটেল তাজৰ কাৰুকাৰ্য্য দেখি ডম্বৰুধৰ আচৰিত হৈ পৰিল। হোটেলত সোমোৱাৰ লগে লগে বেহেৰা এজনে তেওঁক চেণ্ডেল এযোৰ দি থৈ জোতাযোৰ খুলি লৈ গ'ল। সন্ধিয়া তৃপ্তিদায়ক খাদ্য-পৰিৱেশন কৰিলে। পিছদিনা ৰাতিপুৱা ব্ৰেক্-ফাষ্টৰ পিছতে যাত্ৰীসকলক পুনৰ বিমান বন্দৰলৈ নিয়া হ'ল।

কিছুপৰৰ পিছত বিমান উৰিল। নীল গগনৰ কোমল মেঘবোৰৰ মাজত সোমাই পৰিল বিমানখন। সন্মুখত নীলা, তলত নীলা পানী। "নীলাভ আৰব সাগৰ পাৰ হৈ ভূমধ্য সাগৰৰ ওপৰেৰে আমাৰ বিমান উৰি আছে" বুলি বিমান সেৱিকা গৰাকীয়ে এনাউন্স্ কৰিলে। ন-ঘন্টাৰ অবিৰাম যাত্ৰাৰ অন্তত ইজিপ্তৰ ৰাজধানী কাইৰো'ত বিমানখন ক্ষন্তেক ৰ'ল। তাৰ পাছত গ্ৰীচ্ দেশৰ এথেন্স্, এথেন্সৰ পৰা ইটালীৰ ৰোম, ৰোমৰ পৰা

ফ্ৰান্সৰ পেৰিচ নগৰী পালেগৈ। পেৰিচত পেন্ আমেৰিকান এয়াৰ লাইনচৰ বিমানখন সলাই এয়াৰ ফ্ৰেন্স্ এয়াৰ ওৱেজত উঠি ছাবিশ ঘন্টাৰ মূৰত সন্ধিয়া সময়ত লক্ষ্যস্থান লণ্ডন পাওঁ পাওঁ হ'লহি।

যাত্ৰা কালত ডম্বৰুধৰৰ সহযাত্ৰী হৈ আহিছে—চাৰিণ নামৰ এক দম্পতী।চাৰিণ এজন ভাৰতীয় ব্যৱসায়ী। চাৰিণ দম্পতীৰো সেয়েই আছিল প্ৰথম বিদেশ যাত্ৰা।যাত্ৰাকালতে তিনিওৰে মাজত এক বন্ধুত্ব গঢ়ি উঠিল। কথা প্ৰসঙ্গত চাৰিণে ডম্বৰুধৰক সুধিলে, "মিষ্টাৰ পাঠক,লণ্ডনত প্ৰথমে ক'ত উঠিব ?"

অলপ চিন্তা কৰি ডম্বৰুধৰে উত্তৰ দিলে—ভাৰতীয় দূতাবাসৰ দাঁতিতে হেনো ইণ্ডিয়ান ষ্টুডেন্টচ্ ব্যুৰ' আছে, তাতেই থাকিব লাগিব।

ডম্বৰুধৰৰ কথাখিনি শুনি মিষ্টাৰ চাৰিণে ক'লে, "নালাগে মিষ্টাৰ পাঠক,আমাক আগবঢ়াই নিবলৈ বন্ধু এজন আহিব, আপুনিও ওলাওক, প্ৰথমে আমি তালৈকে যাওঁগৈ, ইফালে সন্ধিয়াও নামি আহিছে।"

হাঁহি মাৰি ডম্বৰুধৰে শলাগিলে।

লণ্ডন বিমান কোঠত বিমানখন অৱতৰণ কৰাৰ কিছু পিছতে মিষ্টাৰ জে.সিং নামৰ ব্যক্তি এগৰাকীয়ে তিনিওকে আদৰ-সাদৰ কৰি নিজ বাস-ভৱনলৈ লৈ গ'ল।সন্ধিয়াৰ আহাৰৰ পাছত হঠাতে ডম্বৰুধৰে অনুভৱ কৰিলে তেওঁৰ মূৰটোচোন বৰকৈ ঘূৰাব ধৰিছে।ওচৰতে থকা চাৰিণক ক'লে, "ডাঙৰীয়া, মোৰ মূৰটোচোন বৰকৈ ঘূৰাব ধৰিছে ?"

হাঁহি হাঁহি চাৰিণে উত্তৰ দিলে, "কিয় নালাগিব আকৌ, অথনি এয়াৰ হোষ্টেচ্ গৰাকীক আপুনি পানী খোজাত আমাক চেম্পেইনহে দি থৈ গৈছিল। আপুনি দেখোন একে ঢোকে চেম্পেইন্ গিলাচ শেষ কৰি পেলাইছিল, আমি ভাবিছিলো মানুহজন বেচ হাঃ হাঃ হাঃ ওস্তাদ্! হাঃ হাঃ হাঃ.............. ....... আদচ্ছা.................. আদচ্ছা..............................

পিছদিনা ব্ৰেকফাষ্ট কৰি উঠি ডম্বৰুধৰ ইণ্ডিয়ান ষ্টুডেন্টচ্ ব্যুৰ' ওলালগৈ। তাৰ তত্বাৱধায়কজনৰ নাম সোমেশ ঘোষ। ঘোষ বাবুৱে সকলো ব্যৱস্থাপনা কৰি দিয়াত ডম্বৰুধৰে তাত থাকিবলৈ ল'লে। তাতে থকা আন আন বাসিন্দাসকলৰ লগতো ডম্বৰুধৰৰ চিনাকী হ'ল। প্ৰথমে চিনাকী হ'ল— কলিকতাৰ বিদ্যুৎ কুমাৰ সেন আৰু পাটনাৰ কৃষ্ণ

কুমাৰৰ লগত। কুমাৰে বালিচন্দাৰ ব্যৱসায় কৰে। গুৱাহাটীৰ প্ৰমথ কুমাৰ চৌধুৰীয়ে উদ্ভিদ বিদ্যা বিষয়ত অধ্যয়ণ কৰাৰ বাবে আহিছে। আন আন আৰু বহুকেইজনৰ লগত চিনাকী হ'ল।

পিছদিনা ৰাতিপুৱাই লণ্ডন মহানগৰীতে অৱস্থিত লিঙ্কনচ্ ইনৰ বাৰ-এট্-ল পাঠ্যক্ৰমত ডম্বৰুধৰে নাম ভৰ্ত্তি কৰিলে ১৯৫৪ চনৰ মে' মাহৰ শেষ সপ্তাহত। ইফালে জুন মাহৰ প্ৰথম সপ্তাহৰ পৰাই বাৰ-এট্-লৰ শ্ৰেণীসমূহ আৰম্ভ হ'ল। লণ্ডনৰ চেনচেৰি লেনত বিভিন্ন আদালতসমূহ অৱস্থিত। তাৰ নাতি দূৰৈতে লিঙ্কনচ ইন্। মুখ্য কাৰ্য্যালয়.লেকচাৰ থিয়েটাৰ, ডাইনিং হল, পুথিভঁৰাল, অডিটৰীয়াম, সন্মুখৰ সুবৃহৎ সেউজী বনৰ দলিচাৰ উপৰিও গোটেই চৌহদটো ইউক্লিপটাচ্ আৰু পাইন্ বৃক্ষৰে ভৰপূৰ।

ডম্বৰুধৰৰ সৈতে একে বছৰতে ভাৰতবৰ্ষৰ পৰা লিঙ্কনচ্ ইনত পঢ়িবলৈ আহিছে —কেৰেলাৰ পৰা এম, আই. জোচেফ. মহাৰাষ্ট্ৰৰ মিচ সুজাতা, কলিকতাৰ তাপস কুমাৰ ব্যানাৰ্জি আৰু মায়া ৰায়,পঞ্জাবৰ কুলদীপ সিং, উৰিষ্যাৰ বিজয় কুমাৰ বেহুৰা, ৰাজস্থানৰ সুৰেশ চন্দ্ৰ আগৰৱাল, গুজৰাটৰ প্ৰতিভা বেন, ভায়ালাল শঙ্কৰ, কৰ্ণাটকৰ নাৰায়ণ নেট্টাৰ, পূৱ-পাকিস্তানৰ মুনিব, মৰিচাচৰ আবু বক্কৰ আদি।

লিঙ্কনচ্ ইনৰ প্ৰতিজন শিক্ষকেই যেন এটি এটি অনুষ্ঠান সদৃশ।শিক্ষকসকলে শ্ৰেণীত শিক্ষাদান কৰি উঠি ছাত্ৰসকলৰ পৰা প্ৰশ্ন আহ্বান কৰে।তেনেবোৰ প্ৰশ্ন আৰু উত্তৰৰ সমন্বয়ত কেৱল নতুন নতুন দিশ উদ্ভাৱন হৈ পৰাই নহয়, ছাত্ৰসকল জ্ঞান-পিপাসু হৈয়ো পৰে।নিজ নিজ বিষয়ৰ ওপৰত প্ৰতিজন শিক্ষকেই একোজন বিদগ্ধ পণ্ডিত।প্ৰতিজনেই আন্তৰ্জাতিক খ্যাতিসম্পন্ন ব্যক্তি।

প্ৰফেচৰ এল.এন গ্লেডহিলে পাঠ দান কৰে ইণ্ডিয়ান কনাচ্‌টিটিউচন আৰু ফেমেলী ল' বিষয়। তেখেত বহু কেইখন পুথিৰো প্ৰণেতা। ভাৰতীয় সংবিধানৰ মৌলিক অধিকাৰ সম্পৰ্কে তেখেতে মূল্যবান পুথি প্ৰণয়ন কৰিছে। প্ৰফেচৰ চেৰ্শ্বায়াৰে পঢ়ায়-প্ৰাইভেট ইন্টাৰনেচনেল ল'। এনে বিষয়ত তেখেতে বহুতো গ্ৰন্থ লিখিছে। তাৰ উপৰি ল অব কন্ট্ৰেক্ট বিষয়তো তেখেতৰ যথেষ্ট বুৎপত্তি আছে। তেওঁ বহুকেইখন মহান গ্ৰন্থৰ প্ৰণেতা। প্ৰফেচৰ মেগাৰে পঢ়ায় ইকুইটি আৰু ট্ৰাষ্ট বিষয়। তেখেতে প্ৰণয়ন কৰা বিশ্ব-বিখ্যাত গ্ৰন্থখনৰ নাম 'ইকুইটি'।

ওপৰত উল্লিখিত আটাইকেইজন পণ্ডিতেই ব্যাৰিষ্টাৰ যদিও বিভিন্ন আদালতত ওকালতি কৰা আন আন ব্যাৰিষ্টাৰসকলেও শ্রেণীত মাজে সময়ে পাঠ দান কৰেহি।

সাধাৰণতে শ্রেণীৰ পাঠ শেষ হোৱাৰ পাছত ছাত্রসকল পুথিভঁৰাললৈ যায়।এদিন ডম্বৰুধৰে পুথিভঁৰালৰ ৰিডিং ৰুমত পঢ়ি থাকোঁতে আমনি লগাত হাতৰ আঙুলিকেইটা ফুটাই লওঁতে ওচৰতে থকা ভদ্র মহিলা এগৰাকীয়ে ক'লে, "ইচ্ ইচ্ তুমি সেইবোৰ কি কৰিছা ? সেইবোৰ অমঙ্গলীয়া কথা" দুই-এটি কথা-বতৰা পতাৰ পাছত ডম্বৰুধৰে ভদ্র মহিলা গৰাকীক সুধিলে, "মেডাম,আপুনি ইমান পলমকৈ ব্যাৰিষ্টাৰী পঢ়িবলৈ আহিল যে ?"

"কি ক'লা তুমি? মই মাত্র চৌষষ্ঠী বছৰীয়া এগৰাকী যুৱতী! ব্যাৰিষ্টাৰী পাছ কৰি আদালতত ওকালতি কৰিম।"

ডিচেম্বৰ মাহৰ প্রথম পষেকত বিলাতৰ ডাকঘৰবোৰত বহুতো অস্থায়ী চাকৰিৰ পদ খালী হয়। কাৰণ বৰদিনৰ বিভিন্ন উপহাৰৰ টোপোলা, শুভেচ্ছা পত্রৰে ডাকঘৰবোৰ উপচি পৰে। ইপিনে বহু কর্মীয়ে বৰদিন উপলক্ষে আগতীয়াকৈ ছুটিৰ আৱেদন কৰি থয়।গতিকে অস্থায়ীভাবে বহুতো কর্মচাৰী মকৰল কৰা হয়। সাধাৰণতে ছাত্রসকলেই তেনেবোৰ চাকৰি কৰে। ডম্বৰুধৰেও তেনে এটি চাকৰি কৰোঁতে এগৰাকী আদ-বয়সীয়া মহিলাৰ লগত চিনাকী হ'ল। তেওঁৰ নাম-মিচ্ ৰ'জ মেৰী মেকগর্ভান।মিচ্ ৰ'জ স্কটলেণ্ডৰ,যদিও লণ্ডনৰ আদালতত চাকৰি কৰে।

উনৈশ-শ চৌৱন্ন খৃঃৰ জুন মাহত ডম্বৰুধৰ বাৰ এট্-ল'ৰ প্রথম ভাগৰ পৰীক্ষাত অৱতীর্ণ হয়। ভাৰতবৰ্ষত এল.এল.বি পৰীক্ষাৰ হিন্দু আৰু মুচলিম ল' বিষয়ত যথেষ্ট কৃতিত্ব সহকাৰে উত্তীর্ণ হোৱা বাবে সেই বিষয়ৰ পৰীক্ষাৰ পৰা ডম্বৰুধৰে অব্যাহতি পালে।

পৰীক্ষাৰ পাছত ডম্বৰুধৰ ফ্রান্সৰ পেৰিচ চহৰলৈ ফুৰিবলৈ গ'ল। পেৰিচ চহৰ পাই তেওঁ টুৰিষ্ট হোটেল এখনত সোমাল। হোটেলখনত থকা-খোৱা ব্যৱস্থাপনাৰ উপৰিও নাইট ক্লাব, কনডাকটেড্ টুৰ আদিৰো সুবিধা আছে। বিভিন্ন ৰং-বিৰঙৰ পোহৰৰ সান্নিধ্যত শেষ নিশালৈ ডম্বৰুওঁ নাইট্ ক্লাবত মূলাৰু নৃত্য উপভোগ কৰে। কনডাকটেড্ টুৰত ওলাওতে লু'ভ নামৰ আর্ট গেলেৰীত সংগৃহীত, বিশ্ব-বিখ্যাত শিল্পীসকলৰ তৈলচিত্র আৰু

ভাস্কর্যবোৰ চালে। পেৰিচ বিশ্ব-বিদ্যালয়ৰ এলেকাতো, এফেল-টাৱাৰ আদিও ঘূৰি মেলি চালে।

দুটি নিশা পেৰিচত কটাই চুইজাৰলেণ্ডৰ জেনেওৱা নগৰ পালেহি। তাৰ ওচৰৰ লুযাৰ্ণ নগৰীখন বিশেষ ডাঙৰ নহয় যদিও প্ৰকৃতিৰ ৰম্যভূমি। ভাৰতৰ দাৰ্জিলিঙত চলাৰ দৰে মিনি ট্ৰেইনবোৰ পাহাৰৰ একা-বেঁকা আলিৰে উঠা-নমা কৰি চলি থাকে। নগৰীখনত বহুতো মনোমোহা লেক আছে। চুইজাৰলেণ্ডৰ বাসিণ্ডাসকলে চাৰিটা ভাষা সাধাৰণতে লিখিব আৰু পঢ়িব পাৰে। ফৰাচী, হাই-জাৰ্মান, ইটালীয়ান আৰু ৰোমান এই চাৰিটা ভাষাই হ'ল চুইজাৰলেণ্ডৰ ৰাষ্ট্ৰভাষা। তদুপৰি ইংৰাজী ভাষাও প্ৰতিজন ব্যক্তিয়ে শিকিছে। চুইজাৰলেণ্ডত কোনো ব্যক্তিয়েই বেকাৰ হৈ থাকিব নালাগে, ভাৰতবৰ্ষৰ শ্ৰীনগৰত থকা নাগৰিকসকলৰ দৰে প্ৰায়বোৰ মানুহেই পৰ্য্যটকসকলৰ লগত ব্যস্ত হৈ থাকে।পৰ্য্যটন বিষয়টো তেখেতসকলে এটা ব্যৱসায়ৰূপে গঢ় দি লৈছে।

জেনওৱাৰ পৰা ডম্বৰুধৰৰ বাৰ্ণ মহানগৰী পালেহি। বাৰ্ণ মহানগৰীতে জগত বিখ্যাত চুইচ ঘড়ী নিৰ্মাণ কৰা হয়। ডম্বৰুধৰে চিলভিয়ান লেডীচ ঘড়ী এটা কিনিলে– সুদূৰৰ ৰাজাপাৰাৰ ঘৰত থকা তেওঁৰ পত্নী মনোমতীৰ বাবে।

ৰাজাপাৰাত থকা ডম্বৰুধৰৰ ঘৰৰ চোতালত তেতিয়া একাঠু পানী! কেউফালে পানীয়েই পানী। মনোমতীয়ে ভূৰত উঠি গৈ আছে– বৰপানী চুবলৈ। ভূৰখন চলাইছে মনোমতীৰ নন্দেক ক্ষীৰদাই। হঠাতে গছ এডালত লাগি ভূৰখন লৰচৰ কৰাত ভয়তে মনোমতীয়ে খপ্-জপ্ লগোৱাত মনোমতী ভূৰৰ পৰা বাগৰি পানীত পৰিল। পানীত পৰি মনোমতীয়ে কক্-বকাব ধৰাত ক্ষীৰদাই একে জাপে পানীত পৰি বৌৱেকৰ চুলি কোচাত থাপ মাৰি ধৰি মনোমতীক আনি ঘৰৰ মজিয়াত তুলিলেহি। পিছে মনোমতীৰ একো সাৰ-সুৰ নাই,মূৰ্চা গৈছে। এমাহমান বেজ, কবিৰাজ আদিৰ চেষ্টাৰ বিনিময়তো ৰোগীৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে ঢাল খালে। গুৱাহাটীৰ পৰা পৱিত্ৰমোহন গৈ ৰোগীৰ অৱস্থা দেখিয়েই বাঁহৰ চাঙি এখনত তুলি ম'হৰ গাড়ীৰে বৰপেটা ৰোড ৰেল ষ্টেচন্ পোৱালেহি। তাৰ পৰা গুৱাহাটীমূৱা ৰেলত উঠিল। লগত শাহুৱেক-অৱলা। ৰোগীৰ তেনে অৱস্থাতো বিলাতত থকা স্বামীক কথাটো জনোৱা নহ'ল, কিজানিবা পত্নীৰ তেনে সংবাদ পাই ডম্বৰুধৰে পঢ়া-শুনা বাদ দি ঘৰলৈ উভতি আহে!

ৰোগীক গুৱাহাটীৰ বিহাবাৰীৰ নিজ ঘৰত ৰখা হ'ল। পবিত্ৰমোহনে বিখ্যাত চিকিৎসক ভুৱনেশ্বৰ বৰুৱাক ঘৰলৈ আনি ৰোগীক দেখুৱালে। বেমাৰী চাই উঠি ব্যৱস্থাপনা দিয়াৰ পাছত ৰোগীৰ মূৰৰফালে মেজখনৰ ওচৰত থোৱা ফটো এখনত ডাক্তৰ বৰুৱাৰ চকু পৰিল। ওচৰতে থকা অৰলাক সুধিলে, "সেই ফটোখন কাৰ ?"

অৰলাই উত্তৰ দিলে, "আমাৰ নাওঁবাপাৰ ফটো। বিলাতক বেৰিচটাৰী পঢ়বা গেইছে।"

ডাক্তৰ বৰুৱাই কিছু সময় ফটোখন চাই ক'লে, "আপোনাৰ বাখৰৰ দৰে ল'ৰা। জীৱনত উন্নতি কৰিব পাৰিব। কোনো বাধাই তেওঁক ধৰি ৰাখিব নোৱাৰিব!"

ডাক্তৰ বৰুৱা যাবলৈ ওলোৱাত পবিত্ৰমোহনে তেওঁক মাননী আগ-বঢ়োৱাত, মাননীখিনি তেওঁ নল'লে।

তাৰ পিছতো দুই তিনিবাৰ ডাক্তৰ বৰুৱাই বিকলাই হোৱা ৰোগীগৰাকীক চাই মেলি সুস্থ কৰিলে, যদিও এবাৰো মাননী নল'লে। ইফালে বাৰ্ণ মহানগৰীৰ পৰা ডম্বৰুধৰ আহি লণ্ডন পালেহি। লণ্ডন পায়েই বিভিন্ন দেশৰ অভিজ্ঞতাবোৰ বৰ্ণনা কৰি তেওঁ মনোমতীলৈ চিঠি লিখিলে। সাধাৰণতে প্ৰতি মাহৰ অন্তত এখন চিঠি তেওঁ মনোমতীলৈ লিখে। তেওঁৰ নানান দেশ ভ্ৰমণৰ খৰছতো আহিল এটি সৰু ব্যৱসায়ৰ পৰা। লণ্ডন আহি পোৱাৰ কেইদিনমানৰ পিছতে ডম্বৰুধৰে এটা এজেন্সি লৈছিল– অলিম্পিয়া টাইপ ৰাইটাৰ মেচিনৰ এজেন্সি। প্ৰায় ভাগ ছাত্ৰৰে বিলাতলৈ গৈ পোৱাৰ পাছত নিজস্ব এটা টাইপ ৰাইটাৰ মেচিনৰ প্ৰয়োজন হয়। বিভিন্ন অধ্যয়নৰ বাবে কেইবাটাও ক'পি কৰাৰ দৰকাৰ হ'লে টাইপ-ৰাইটাৰ মেচিন নহ'লে নচলে। টাইপ ৰাইটাৰ বিক্ৰী কৰি ৰাহি হোৱা ধনখিনিৰে ডম্বৰুধৰে ফ্ৰান্স, চুইজাৰলেণ্ড আদি দেশ ঘুৰি-ফুৰি আহিল।

ইণ্ডিয়ান ষ্টুডেন্টচ্ ব্যুৰ'ত পাঁচ মাহ থকাৰ পাছত ডম্বৰুধৰে ছিয়াল্লিশ নম্বৰ মিউজিয়াম ষ্ট্ৰীটৰ ঘোষ নামৰ এজন ব্যক্তিৰ এটা সৰু ফ্লেট্ ভাৰা ল'লে। মিষ্টাৰ ঘোষৰ পৰিবাৰ আছিল– এগৰাকী ইংৰাজ মহিলা। মহিলা গৰাকীৰ এটা ট্ৰেভেলিং এজেন্সি আছে। চিনাকী ভাৰতীয় ছাত্ৰসকল আৰু আন আন দেশৰ সহপাঠীসকল ক'ৰবালৈ ফুৰাচকাৰ বাবে গ'লে ডম্বৰুধৰে তেওঁলোকক টিকট সংগ্ৰহ কৰি দিয়াৰ বাবে সেই

এজেন্সিৰ পৰাও তেওঁৰ কিছু টকা কমিচন্ হিচাপে গোট খাইছিল। অৱশ্যে বিলাতলৈ যোৱাৰ পৰা মাজু ককায়েক পৱিত্ৰমোহনে গুৱাহাটীত চলি থকা কাঠৰ ব্যৱসায় আৰু ৰিহাবাৰীত থকা আন এটা ঘৰৰ ভাৰাৰ পৰা সময়মতে ভায়েকলৈ টকা পঠিয়াই আছিল। সেই ধনেৰে ডম্বৰুধৰৰ ফিজ, কিতাপ-পত্ৰ, থকা-খোৱাৰ খৰচ চলি যায়।

ডম্বৰুধৰ থকা ফ্লেটটোৰ পৰা মাথো এটা ঘৰ বাদ দিয়েই বিখ্যাত প্ৰকাশক এলেন এণ্ড কোম্পানীৰ কাৰ্য্যালয় অৱস্থিত। হঠাতে কাৰ্যালয়টোৰ বাৰান্দাত দাৰ্শনিক পণ্ডিত সৰ্বাপল্লী ৰাধা কৃষ্ণণক দেখি তেওঁ কিছু আচৰিত হ'ল। মাননীয় ৰাধা কৃষ্ণণ তেতিয়া ভাৰতবৰ্ষৰ উপ-ৰাষ্ট্ৰপতি পদত আছিল। তেখেতৰ প্ৰায়বোৰ মহান গ্ৰন্থৰাজিৰ প্ৰকাশক আছিল-এলেন্ এণ্ড কোম্পানী। ডম্বৰুধৰ আগবাঢ়ি যোৱাত তেখেতৰ লগত চিনাকী হ'ল। সেইদিনা সন্ধিয়া অক্সফোৰ্ড বিশ্ব বিদ্যালয়ত ড' ৰাধা কৃষ্ণণে ভাৰতীয় দৰ্শনৰ ওপৰত দিয়া ভাষণ শুনিবলৈ ডম্বৰুধৰো গৈ ওলাল।

প্ৰতিটো দিনেই ডম্বৰুধৰে অতি ব্যস্ততাৰেকটাব লগীয়া হয়। ৰাতিপুৱা সোনকালে উঠি চাহ একাপ হাতত লৈ তেওঁ পঢ়া-শুনা আৰম্ভ কৰে। তাৰ পাছত ব্ৰেকফাষ্ট নকৰাকৈয়ে মিউজিয়াম ষ্ট্ৰীট্ৰ হ'ভন ষ্টেচনৰ আন্দাৰ-গ্ৰাউণ্ড ট্ৰেনত উঠি লিংকনচ্ ইনলৈ যায়। সময় লাগে মাথো দহ মিনিট। ইনৰ কাফেটেৰীয়াতহে ব্ৰেকফাষ্ট কৰেগৈ। তাৰ পৰা পোনে পোনেই ক্লাচ।

ইংলেণ্ডত লিংকনচ্ ইনৰ বাহিৰেও তিনিখন ইনচ্ অফ্ কোৰ্ট আছে। মিডোল টেম্পোল, ইনাৰ টেম্পোল আৰু গ্ৰেইজ ইন্। অৱশ্যে প্ৰতিখন ইনচ্ অফ্ কোৰ্টৰ পাঠ্যক্ৰম একেই। প্ৰতিখন ইনচ্‌ৰ বিদ্যায়তনিক পৰিৱেশ, পুথিভঁৰাল আৰু ছাত্ৰ-ছাত্ৰীসকলৰ বিষয়ে জানিবলৈ ডম্বৰুধৰ মাজে মাজে সেইবোৰলৈ যায়। প্ৰথমবাৰ মিডোল টেম্পোল ইনচ্'ত প্ৰৱেশ কৰিয়েই ডম্বৰুধৰৰ মনত এক শিহৰণ জাগি উঠিছিল, কাৰণ প্ৰথম গৰাকী অসমৰ ব্যাৰিষ্টাৰ পণ্ডিতপ্ৰৱৰ আনন্দৰাম বৰুৱা এইখন ইনচ্‌ত ওঠৰ শ সত্তৰ খৃঃৰ নবেম্বৰ মাহত ভৰ্তি হৈছিল। দ্বিতীয় গৰাকী অসমীয়া ব্যাৰিষ্টাৰ আব্দুল মজিদ আৰু তৃতীয় গৰাকী হ'ল তৰুণ ৰাম ফুকন।

লণ্ডনত থকা অসমীয়া ছাত্ৰসকল সাধাৰণতে প্ৰতিটো সপ্তাহৰ শনিবাৰৰ নিশা এক গোট হয়। ডম্বৰুধৰ থকা ফ্লেটটো সকলো ফালৰ পৰা যোগাযোগৰ সুবিধাৰ বাবে

প্ৰতি শণিবাৰে তেওঁৰ গৃহতে বন্ধুসকলে সমাৱেত হয়গৈ। তেওঁলোক লগ হৈ মাছৰ টেঙা, খাৰ, আলু-পিটিকা আদি তৈয়াৰ কৰি মাজে মাজে বিহু নাম গাই বৰ আনন্দ উপভোগ কৰে। ডম্বৰুধৰে প্ৰায়ে কামৰূপীয়া লোকগীত গাই বন্ধুবৰ্গক আনন্দিত কৰে ।ভোলানাথ শইকীয়াই টেঙা-আঞ্জা ৰান্ধিবলৈ বৰ ভাল পায়। গোলোক বৰাৰ দায়িত্ব খাৰ ৰন্ধাৰ। তাপস কুমাৰ বেনাৰ্জীয়ে সৰিয়হেৰে মাছৰ জোল ৰান্ধে। ৰবিন বৰুৱাই কেৱল ভাত। কিন্তু ৰাধা দত্ত আৰু লিলি দত্ত আহিলে আটাইকেইখন আঞ্জাৰ দায়িত্ব কেৱল লিলিৰ ওপৰত। মাজে মাজে এই কথাক লৈ লিলিৰ মুখখন অভিমানত ওফন্দি পৰে, তেতিয়া বন্ধুবৰ্গৰ মুখত হাঁহি বিৰিঙে। এদিন মায়া ৰায়ো আহিছিল তেওঁ অসমৰ ডিব্ৰুগড় চহৰৰে।মাজে মাজে ডাক্তৰ লক্ষণ দত্ত, ডাক্তৰ দেব কুমাৰ শৰ্মাক লগ পালে তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰে।

সময় আৰু সুবিধা পালে ডম্বৰুধৰে লণ্ডনৰ ওচৰ-পাজৰৰ ঠাইবোৰলৈ যায়। অক্সফোৰ্ড, কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ কেম্পাচ, পুথিভঁৰাল, ছাত্ৰাবাস আদি ঘূৰি মেলি চায়।শ্বেক্সপীয়াৰৰ জন্মস্থান ষ্ট্ৰেটফোড্ অন ইভেনলৈকো গৈছে। শ্বেক্সপীয়াৰ বাস কৰা গৃহটো তেতিয়াও আটোম-টোকাৰীকৈ ৰখা হৈছে। মহান সাহিত্যিক গৰাকীয়ে ব্যৱহাৰ কৰা সাজ-পাৰ, বিচনা-চাদৰ, চিমনি, মেজ, হেট্ আদি একে দৰেই ৰখা হৈছে। ডম্বৰুধৰে ব্ৰাইটন বীচলৈ গৈয়ো বৰ ভাল পালে।

উনৈশ-শ পচপন্ন খৃঃৰ ডিচেম্বৰ মাহৰ পৰা আৰম্ভ হ'ল-বাৰ-এট-ল'ৰ শেষান্ত পৰীক্ষা।শেষান্ত পৰীক্ষাৰ বাবে ডম্বৰুধৰে দিনটোত পোন্ধৰ-ষোল্ল ঘন্টাকৈ পঢ়িবলগীয়া হ'ল।পৰম্পৰা অনুসৰি বাৰ-এট-ল'ৰ প্ৰিলিমিনেৰী পৰীক্ষা প্ৰতি সোমবাৰে আৰম্ভ হয়। পাচঁটা বিষয়ৰ পৰীক্ষাৰ ভিতৰত সোমবাৰে আৰম্ভ হয় দুখন, মঙ্গলবাৰে দুখন আৰু বুধবাৰে পঞ্চমখন। তেনেদৰে শেষান্ত পৰীক্ষাতো পাচঁটা বিষয়ৰ ভিতৰত বুধবাৰে প্ৰথমখন, বৃহস্পতিবাৰে দুখন আৰু শুকুৰবাৰে শেষৰ দুখন। শেষান্ত পৰীক্ষাৰ দিনাখন প্ৰায় গোটেই নিশাটো উজাগৰে থাকি পঢ়িবলগীয়া হোৱাত পুঁৱতি নিশাৰ পৰা ৰাতিপুৱা আঠ বজালৈকে ডম্বৰুধৰ শুই থাকিল। হঠাতে সাৰ পাই মেজত থকা ঘড়ীটো চকুত পৰাত এক্কে জাপে উঠি পানী এচলুৱে মুখখন মোহাৰি কলমটোত চিঁয়াহী ভৰাই লৈ এডমিট্ কাৰ্ডখন জেপত ভৰাই লৈ লৰ দিলে। বাটত লগ পালে বান্ধৱী প্ৰতিভা থৰুৱৰ।প্ৰতিভাই

সেইবাৰ প্ৰিলিমিনেৰী পৰীক্ষা দি উঠিছে। ডম্বৰুধৰৰ অৱস্থাৰ কথা জানিব পাৰি দূপৰীয়া হ্বাতত মোনা এটা লৈ প্ৰতিভা লিঙ্কনচ্ ইন্ পালেহি।প্ৰথম পৰীক্ষা দি ওলাই অহাত প্ৰতিভাই ডম্বৰুধৰক মাতি নি লনখনৰ ওচৰ পালেহি।বেঞ্চ এখনত বহি লৈ প্ৰতিভাই মোনাটোৰ পৰা সাঞ্চৰ টোপোলা এটা উলিয়ালে। আহাৰখিনি খাই শেষ হোৱাত প্ৰতিভাই বন্ধুক শুভেচ্ছা জনাই ঘৰলৈ উভতিল।

সেইবছৰ ডম্বৰুধৰে পৰীক্ষাত বহিল যদিও আচলতে দহটা টাৰ্ম সম্পূৰ্ণ কৰিহে শেষান্ত পৰীক্ষাত বহাৰ নিয়ম। মাথো ছয়টা টাৰ্মৰ পাছতে বিশেষ অনুমতি লৈহে ডম্বৰুধৰে পৰীক্ষাত বহিল। ইমান কম সময়ৰ ভিতৰতে শেষান্ত পৰীক্ষাত বহাৰ সিদ্ধান্তত সহপাঠীসকলৰ উপৰিও দুই-চাৰিজন শিক্ষকো আচৰিত হৈ পৰিল। এইয়া তেওঁৰ মেধা আৰু ধৈৰ্য্যৰ পৰিচয়।

অৱশ্যে উনৈশ-শ চাপন্ন খৃঃৰ জানুৱাৰী মাহতে ডম্বৰুধৰে পৰীক্ষাত উত্তীৰ্ণ হোৱা খবৰটো পালে যদিও ইনচ্‌ৰ নিয়ম অনুসৰি অন্ততঃ দহটা টাৰ্ম কটোৱাৰ পাছতহে বাৰ এট্-ল উপাধি প্ৰদান কৰা হয়। তদুপৰি প্ৰতিটো টাৰ্মতে অন্ততঃ ছয়টা ডিনাৰত উপস্থিত থাকিব লাগিব।

ডম্বৰুধৰে বিলাতৰ পৰা প্ৰত্যাৱৰ্তন কৰি ডিগ্ৰী আহৰণ কৰিবলৈ পুনৰ দেশৰ পৰা বিলাতলৈ অহাতো তেওঁৰ বাবে ভাবিব নোৱাৰা কথা। ইফালে ভাৰতবৰ্ষত আইনৰ স্নাতক হৈ গৈছে যদিও বিলাতত ওকালতি কৰিবও নোৱাৰি। খা-খবৰ কৰি গম পালে যে-ভাৰতবৰ্ষত পাছ কৰি যোৱা এল.এল.বি ডিগ্ৰী থকাৰ বাবে তেওঁ বিলাতত এল.এল.এম পঢ়িব পাৰিব।কথাটো ডম্বৰুধৰে মাজু ককায়েক পৱিত্ৰমোহন আৰু ৰাজাপাৰাত থকা পত্নী মনোমতীলৈ লিখি পঠিয়াই মতামত বিচাৰিলে। চিঠিৰ উত্তৰত পৱিত্ৰমোহনে মত দিলে যে তেওঁ এল.এল.এম পঢ়াই ভাল হব। এবাৰ আহি ডেৰ বছৰৰ পিছত পুনৰ ঘূৰি যোৱাতকৈ তাতেই থাকি পুনৰ পঢ়া-শুনা কৰাই ভাল। মনোমতীয়ে লিখিলে "মই মতামত কিনো দিম ? যি ভাল হয় তাকে কৰি আপুনি ভালে কুশলে ঘূৰি আহিলেই মই সুখী। তথাপিও মই ভাবো আৰু ডেৰ বছৰকাল থাকি সকলো শেষ কৰি উভতি আহিলেই সম্ভৱ ভাল হব। বিশেষ চিন্তা নকৰিব, মাৰ ভাল। আপোনালৈ আশীষ পঠিয়াইছে। দাদা আৰু

বৌহঁতৰ ভাল। দুয়োজনী বৌৱে ল'ৰা আৰু ছোৱালীকেইটি বৰ মৰম লগা হৈছে। স্বাস্থ্যৰ প্ৰতি নজৰ দিব.............................। ইতি– আপোনাৰ স্নেহৰ,– মনোমতী।"

উনৈশ-শ চাপন্ন খৃঃৰ প্ৰথম ভাগত 'স্কুল অব্ অৰিয়েন্টেল এণ্ড আফ্ৰিকান ষ্টাডিজত ডম্বৰুধৰ এল,এল,এম পাঠ্যক্ৰমত ভৰ্তি হ'ল। স্কুল অব্ অৰিয়েন্টল এণ্ড আফ্ৰিকান ষ্টাডিজ লণ্ডন বিশ্ব-বিদ্যালয়ৰ অধীনত। স্নাতকোত্তৰত ডম্বৰুধৰে বিষয় বাচি ল'লে–কনচ্‌টিটিউচন ল' অব্ ইণ্ডিয়া, অষ্ট্ৰেলিয়া এণ্ড কানাডা, হিন্দু ল', মোহমেদান ল', প্ৰাইভেট ইনটাৰনেচনেল ল'ৰ দুবছৰীয়া পাঠ্যক্ৰম।

স্কুল অব্ অৰিয়েন্টল এণ্ড আফ্ৰিকান ষ্টাডিচৰ বাহিৰেও মাজে মাজে লণ্ডন স্কুল অব্ ইকনমিকচ্ আৰু ইউনিভাৰচিটি কলেজৰ শ্ৰেণীত ছাত্ৰসকলক পাঠ দান কৰে। সাধাৰণতে চেমিনাৰবোৰ অনুষ্ঠিত হয়-ইনচ্‌টিটিউট ফৰ এডভান্স ষ্টাডিজত।অষ্ট্ৰেলিয়ান আৰু কেনেডিয়ান সংবিধান বিষয়টো স্কুল অব ইকনমিক্সকত প্ৰফেচৰ ডি.ই. স্মিথে বৰ ৰস লগাকৈ পঢ়ুৱাই। ভাৰতীয় সংবিধান বিষয়টো পঢ়ায় প্ৰফেচৰ এল.এন. গ্লেডহিলে।হিন্দু আইনৰ বিষয়ক পাঠদান কৰে ড' জে ডি.এম ডেৰেতে।মুচলিম আইনৰ শিক্ষকদ্বয় হ'ল-প্ৰফেচৰ এণ্ডাৰচন আৰু প্ৰফেচৰ ক'লচন। প্ৰাইভেট ইন্টাৰনেচনেল ল'ৰ ক্লাচ হয়-ইউনিভাৰচিটি কলেজত। পাঠদান কৰে প্ৰফেচৰ গ্ৰেভচনে।

লণ্ডন বিশ্ব-বিদ্যালয়ৰ পুথি ভঁৰালটোত অজস্ৰ পুথি সংগ্ৰহ কৰি ৰখা হৈছে।ৰিডিং হ'লটোত পাঁচশজন পঢ়ুৱৈয়ে একেলগে অধ্যয়ণ কৰিব পাৰে।খোৱা-বোৱা কৰিবলৈকো এখন কাফে'টেৰীয়া আছে।

উনৈশ-শ চাপন্ন খৃঃৰ সাতাইশ নবেম্বৰত ডম্বৰুধৰক লিংকনচ্-ইনৰ ফালৰ পৰা বাৰ-এট্-ল'ৰ সদস্য কৰি লোৱা হয়। লণ্ডনত ওকালতি কৰি কিছু অভিজ্ঞতা আহৰণ কৰাৰ ইচ্ছা ডম্বৰুধৰৰ আগৰে পৰা আছিল যদিও শেষৰ ছয়মাহকাল এল.এল.এম পাঠ্যক্ৰম পঢ়ি থকা বাবে তেওঁ তেতিয়াই ওকালতি আৰম্ভ নকৰিলে যদিও প্ৰখ্যাত আইনজ্ঞ ড'ন প্ৰেচ্‌ট্ মিলক সাক্ষাত কৰিলে। তেখেতেও ডম্বৰুধৰক স্নাতকোত্তৰ পাঠ্যক্ৰম শেষ কৰিহে তেনে দিশত আগবাঢ়িলে ভাল হব বুলি উপদেশ দিলে।

উনৈশ-শ সাতান্ন খৃঃৰ চেপ্তেম্বৰ মাহৰ প্ৰথম সপ্তাহতে আইনৰ স্নাতকোত্তৰ মহলাৰ শেষান্ত পৰীক্ষা অনুষ্ঠিত হয়। এমাহৰ পিছত পৰীক্ষাৰ ফলাফল ঘোষিত হোৱাত

ডম্বৰুধৰ সুখ্যাতিৰে উত্তীর্ণ হৈ উত্তৰ-পূর্ব ভাৰতবৰ্ষৰ প্রথম গৰাকী আইন বিষয়ৰ স্নাতকোত্তৰ ডিগ্রীধাৰী ব্যক্তি হোৱাৰ খ্যাতি অর্জন কৰে।

ইফালে বৰপেটা মহকুমাৰ ভেল্লা ইংৰাজী মাধ্যমিক বিদ্যালয়ত প্রধান শিক্ষক ৰূপে কার্য্য-নির্বাহ কৰি থকা ডম্বৰুধৰৰ জ্যেষ্ঠ ভাতৃ ভবেন্দ্রমোহন পাঠকো ঊনৈশ-শ সাতৱন্ন খৃঃৰ চেপ্তেম্বৰ মাহত লণ্ডন পালেহি। উদ্দেশ্য লণ্ডন বিশ্ব-বিদ্যালয়ত মাষ্টাৰ অব্ এডুকেচন্ পাঠ্যক্রমত ভর্তি হোৱা।এসপ্তাহৰ ভিতৰতে তেওঁ সেই পাঠ্যক্রমত নাম লগালে, হোষ্টেলত চিট্ পাই ডম্বৰুধৰৰ ফ্লেটৰ পৰা তালৈ গ'ল। হোষ্টেলৈ যোৱাৰ আগ নিশা কথা প্রসঙ্গত তেওঁ ডম্বৰুধৰক ক'লে– "আমাৰ পিতাই বোলে তোৰ জন্মৰ পিছত এবাৰ আইৰ আগত কৈছিল– আমাৰ সন্তানকেইটিক লণ্ডনত পঢ়াই আনিব পৰাহেঁতেন!"

কথাষাৰ শুনি ডম্বৰুধৰে ক'লে– "পিতা জীয়াই থকা হ'লে বৰ আনন্দ পালে হয়!"

এল,এল,এম পাছ কৰাৰ পাছতে আফ্রিকা মহাদেশৰ কামপালা চহৰৰ উদ্যোগপতি মিষ্টাৰ ক'টেছাই ব্যৰিষ্টাৰ পাঠকক তেওঁলোকৰ কোম্পানীৰ আইন বিষয়া হিচাপে নিয়োগ কৰিব বিচাৰিলে। পিছে, সন্মান সহকাৰে ব্যাৰিষ্টাৰ পাঠকে সেই পদ প্রত্যাখান কৰিলে। কাৰণ, তেওঁৰ ইচ্ছা-নিজ দেশলৈ ঘূৰি আহি যৎকিঞ্চিত হ'লেও দেশৰ সেৱাত ব্রতী হোৱা।ব্যাৰিষ্টাৰ পাঠকৰ ব্যক্তিত্ব,আৰু আত্ম-বিশ্বাস আদি গুণবোৰৰ প্ৰতি লক্ষ্য ৰাখি লণ্ডন বিশ্ববিদ্যালয়ৰ অৰিয়েন্টেল ল'ৰ ৰিডাৰ ড° জে.ডি.এম. ডেৰেটিয়ে লিখিছে-"তেওঁ ব্যাৰিষ্টাৰ ডম্বৰুধৰ পাঠকক দুবছৰো আগৰে পৰা জানে। তেওঁৰ সকলোবোৰ গুণ যদি লগ কৰি দিয়া যায় তেন্তে এদিন তেওঁ দেশৰ বাবে ভাল সেৱা আগবঢ়াব পাৰিব"। ড° ডেৰেটি কিছুদিনৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ টেগৰ প্ৰফেচৰ অব্ ল' হিচাপেও সেৱা আগবঢ়াইছিল।

আগতে কথা হোৱা মতে ব্যাৰিষ্টাৰ পাঠকে কেইদিনমান বিলাতৰ আদালতত ওকালতিৰ অভিজ্ঞতা অর্জন কৰিবলৈ পুনৰ প্রখ্যাত আইনজ্ঞ জ'ন প্লাটচ্-মিলচ্'ক লগ ধৰিলে।এল.এল.এম পৰীক্ষা পাছ কৰি উঠি সেই বছৰৰে নৱেম্বৰ মাহৰ পৰা ব্যাৰিষ্টাৰ পাঠকে জ'ন প্লাটচ্'ৰ চেম্বাৰত সোমাল। জ'ন প্লাটচ্'ৰ মতে-"মাত্ৰ তিনিমাহ সময়তে

ব্যাৰিষ্টাৰ পাঠকে তেওঁৰ চিনিওৰৰ লগত বিভিন্ন আদালতত গৈ মামলা-মোকৰ্দমা চলায়। আদালতত আৰু চেম্বাৰত কাকত-পত্ৰবোৰ তেওঁ যথেষ্ট নিষ্ঠা আৰু আগ্ৰহেৰে চোৱা-মেলা কৰে। তেনে এজন লোকক সহযোগী হিচাপে পোৱাটো সন্তোষৰ কথা"।

বিলাতত থকা সময়ছোৱাত ডম্বৰুধৰে বহুতো থিয়েটাৰ, অপেৰা, বেলে নৃত্য উপভোগ কৰে। অনূদিত নাটক 'ওৱেটিং ফৰ্ গড'খন'ডম্বৰুধৰে দুবাৰো চালে। এলবার্ট হ'লত ইহুদী মেনুইন্'ৰ বেহেলাবাদন শুনি ডম্বৰুধৰ আচৰিত হৈ পৰিল। লণ্ডনৰ বিচিত্ৰময় হাইদ্ পাৰ্কত প্ৰতি দিনে এক বিচিত্ৰ অনুষ্ঠান অনুষ্ঠিত হয়। তাতে যি কোনো ব্যক্তিয়ে যি কোনো বিষয়তে বক্তৃতা দিব পাৰে। ডম্বৰুধৰে বিষয় বাচি ল'লে—জগত গুৰু শঙ্কৰদেব। সেইদিনা তেওঁৰ সহপাঠী বিজয় কুমাৰ বেহুৰাও লগতে আছিল।

ভাৰতীয় ছাত্ৰ সমাজে লণ্ডনত আয়োজন কৰা সৰস্বতী পূজাৰ ডম্বৰুধৰ পাঠকে দুবাৰো সম্পাদকৰ দায়িত্ব বহন কৰে। অসমৰ ডিব্ৰুগড় চহৰৰ ডাক্তৰ কে.ভট্টাচাৰ্য্যই কেইবছৰমানৰ পৰা অস্থায়ীভাবে লণ্ডনতে বাস কৰি আছে। তেওঁৰে দুহিতা মায়া। ভট্টাচাৰ্য্যৰ পৰিয়ালটোৱে সৰস্বতী পূজাত যথেষ্ট সহযোগ কৰে। অৱশ্যে অসমৰ ছাত্ৰ সমাজে বৰ ধুম-ধামকৈ মাঘ-বিহু উৎসৱো প্ৰতি বছৰে পালন কৰি আহিছে।

উনৈশ-শ আঠাৱন্ন খৃঃৰ জানুৱাৰী মাহৰ চৈধ্য তাৰিখৰ দিনা ডম্বৰুধৰ পাঠকে লণ্ডন এৰি গৃহাভিমুখে যাত্ৰা কৰে। লণ্ডন এৰি পুনৰ পেৰিচ পালে। দ্বিতীয় মহাযুদ্ধৰ সময়ছোৱাত ইউৰোপ মহাদেশৰ প্ৰায়বোৰ নগৰীয়েই ধ্বংস-প্ৰাপ্ত হৈ পৰিছিল। হিট্'লাৰৰ নিৰ্দ্দেশত তেওঁৰ জেনেৰেল গৰাকীয়ে পেৰিচ নগৰখন বহুদিন অৱৰোধ কৰি থৈছিল যদিও নগৰখনৰ ভিতৰ খণ্ডত একো আঁচোৰকে পৰিব দিয়া নাছিল।হিটলাৰে জেনেৰেল গৰাকীক পেৰিচ নগৰীখন ধ্বংস কৰিবলৈ দিয়া নিৰ্দ্দেশটো তেওঁ আওকাণ কৰাৰ অৰ্থ হয়তো কেৱল এইটো নহয় যেপেৰিচ নগৰীখন পৃথিৱীৰ ভিতৰতে বিতোপন মহানগৰী, আনটো কাৰণ হয়তো শ শ বছৰৰ পৰা তাত সংৰক্ষণ কৰি ৰখা কলা-সংস্কৃতি, শিল্প-সাহিত্য আৰু স্থাপত্যৰ কৃৰ্ত্তিস্তম্ভ। সেই সময়ছোৱাত পঞ্চাশ লাখৰো অধিক পেৰিচবাসী ইমান দিন আবদ্ধ হৈ থকা বাবে দুৰ্ভিক্ষৰ সৃষ্টি হৈছিল। তথাপিও সেনাধ্যক্ষগৰাকীয়ে ঠাইখন সযত্নে ৰখাতহে গুৰুত্ব দিয়া বাবে আজিও মানৱজাতিয়ে ঐতিহ্য-মণ্ডিত পেৰিচ মহানগৰীখন একেদৰেই দেখাৰ সৌভাগ্য ঘটিছে।

ডম্বৰুধৰ ফ্ৰান্সৰ পেৰিচ মহানগৰীৰ পৰা আহি দ্বিতীয়বাৰৰ বাবে চুইজাৰলেণ্ডত প্ৰৱেশ কৰিলে। চুইজাৰলেণ্ডৰ জলবায়ু আৰু প্ৰাকৃতিক পৰিৱেশৰ লগত অসমৰ ৰাজধানী শ্বিলঙৰ যথেষ্ট মিল থকা যেন লাগে।

বিশ জানুৱাৰীত তেওঁ চুইজাৰলেণ্ডৰ পৰা নেদাৰলেণ্ড পালেহি। নেদাৰলেণ্ডৰ ৰাজধানী আমষ্টাৰডামত তিনি নিশা কটালে। ডম্বৰুধৰে দি হেগ চহৰত থকা আন্তৰ্জাতিক ন্যায়ালয়খনতো সোমাই ঘূৰি মেলি চালে। পৃথিৱীৰ যিকোনো দেশৰ আন্তৰ্জাতিক বিবাদৰ ক্ষেত্ৰত সেই ন্যায়ালয়ত গোচৰ তোলা হয়।

বাইশ তাৰিখে ডম্বৰুধৰে চুইজাৰলেণ্ডৰ পৰা ৰেলেৰে জাৰ্মানীৰ ক'লোন মহানগৰী পালেহি। পশ্চিম জাৰ্মানীৰ ব'ন মহানগৰীৰ লগতে বহুকেইখন ঠাই ঘূৰি-ফুৰি শেষত তেওঁ মানহেইমৰ পৰা হাইডেলবাৰ্গ বিশ্ববিদ্যালয়ত সোমাল। সেই বিশ্ববিদ্যালয়খনৰ পুথিভঁৰালটোত প্ৰাচ্যৰ বহুতো মূল্যবান গ্ৰন্থৰাজি সংৰক্ষিত হৈ আছে। প্ৰখ্যাত সংস্কৃত পণ্ডিত মেক্সমূলাৰে কেইবছৰমান হাইডেল বিশ্ববিদ্যালয়ত গৱেষণা আৰু অধ্যাপনা কৰিছিল। তেওঁ খবৰ লৈ গম পালে যে তাৰে পুথিভঁৰালত মেক্সমূলাৰৰ সম-সাময়িক সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাৰ গ্ৰন্থৰাজিও সংৰক্ষিত হৈ আছে। কথাখিনি শুনি ডম্বৰুধৰে গৰ্ব অনুভৱ কৰিলে।

পিছদিনাখন তেওঁ ৰেলেৰে আহি ইটালীৰ ভেনিচ নগৰ পালেগৈ। সময় তেতিয়া পুৱতি নিশা। ওখ-চাপৰ একা-বেঁকা ৰেলআলিৰ পৰা জলমগ্ন ভেনিচ চহৰখনত জ্বলি থকা অলেখ বিজুলী চাকিৰ পোহৰ চকুত পৰিল। নিয়ঁৰবোৰ তেতিয়াও সম্পূৰ্ণ আঁতৰি যোৱা নাই যদিও লেক্‌বোৰৰ জলপৃষ্ঠত বিজুলী চাকিবোৰ প্ৰতিফলিত হৈ ভেনিচ চহৰখন জ্যোতিষ্মান কৰি তুলিছে। চহৰখন যেন পানীতহে ওপঙি আছে !এঠাইৰ পৰা আন ঠাইলৈ যাবলৈ পানীয়েই মাধ্যম।

চৌবিশ জানুৱাৰীত ডম্বৰুধৰ ৰোম নগৰলৈ গল। ৰোমৰ কুখ্যাত এম, পি থিয়েটাৰ দেখা পাই তেওঁ শৈশৱতে পঢ়া বিৱৰণী এটা মনত পৰিল-এম, পি থিয়েটাৰত ৰজাই দোষীসকলক শাস্তি বিহিছিল। এটা প্ৰকাণ্ড গাঁতৰ চাৰিওফালে বিৰাট ওখ ইটাৰ প্ৰাচীৰ সাজি থোৱা আছে। গাঁতটোত দোষী ব্যক্তিসকলক ভৰাই লৈ গড়ালৰ পৰা সিংহবোৰ এৰি দিয়ে। ক্ষুধাতুৰ সিংহবোৰে মুহূৰ্ততে মানুহৰ ছালবোৰ বখলা-বখল কৰি ভক্ষণ কৰে। গড়টোৰ ওপৰৰ পৰা ৰাইজক সেই দৃশ্য উপভোগ কৰিবলৈ দিয়ে।

ডম্বৰুধৰে ৰোমৰ আৰ্ট গেলেৰীত পৃথিৱী বিখ্যাত ছবিবোৰ চালে।বিশ্ব-বিখ্যাত 'মেডোনা' ছবিখন দেখি কিছুপৰ তেওঁ থৰ হৈ ৰ'ল। সেই ৰাতিয়েই তেওঁ থকা হোটেলখনত শ্বিলঙৰ পৰা যোৱা জ্যোতিকান্ত বৰুৱাক লগ পাই তেওঁ বৰ আনন্দিত হৈ পৰিল।বৰুৱাই ৰসায়ণ বিষয়ত অধ্যয়ণ কৰিবলৈ লণ্ডনলৈ গৈছে।

ৰোম নগৰৰ গাতে লাগি আছে-ভেটিকান্ ৰাষ্ট্ৰ। পৃথিৱীৰ ভিতৰতে ডাঙৰ গীৰ্জা 'চেন্ট্ পিটাৰ'(প'ল)ভেটিকানত অৱস্থিত। গীৰ্জাটোত ৰোমান কেথেলিকসকলৰ পোপ থাকে।গীৰ্জাটোৰ ভিতৰৰ চাৰু-ক'লাসমূহ অতি বিতোপন।

পিছদিনা ডম্বৰুধৰে ভেটিকানৰ পৰা নেপলচ্ চহৰলৈ যাত্ৰা কৰিলে। নেপলচ্‌ৰ পৰা কণ্টাক্টেড্ টুৰত তেওঁ ফ্ল'ৰেন্স,টোলন আদি চহৰলৈকো গ'ল। পম্পায়ে চহৰৰ ধ্বংসস্তুপবোৰ দেখি ডম্বৰুধৰৰ গাৰ নোম শিহৰি উঠিল! ৱিচুবিয়াচ আগ্নেয়গিৰিৰ বিস্ফোৰণত নিৰ্গত লাভাবোৰে পম্পায় চহৰখন প্ৰায় পুতি পেলাইছিল। সেই ধ্বংসস্তুপবোৰ একেধৰণেই ৰখা হৈছে। থিয়েটাৰ হল, শাৰী শাৰী কৈ থকা ঘৰবোৰ, বজাৰ, ওৱাইন চপ আদি আগৰদৰেই সংৰক্ষণ কৰি থোৱা হৈছে।

একত্ৰিশ জানুৱাৰীৰ দিনা ডম্বৰুধৰে ইটালীৰ নেপলচ্ লয়েড ত্ৰিচতিন কোম্পানীৰ জাহাজত উঠিল।জাহাজ সাগৰৰ নীলা পানীৰে আগুৱাই আহি আহি তিনি ফেব্ৰুৱাৰীত চুৱেজ কেনেলৰ বন্দৰ পৰ্ট্-চেইড পালেগৈ। তাতে চামৰাৰে তৈয়াৰী বিতোপন সা-সৰঞ্জাম পোৱা যায়। ন্যায়াধীশ হলীৰাম ডেকাৰ বাবে তেওঁ এটা চামৰাৰ ব্ৰীফ্ কেচ উপহাৰ দিবলৈ কিনি ল'লে। প্ৰথম গৰাকী অসমীয়া মুখ্য ন্যায়াধীশ হলীৰাম ডেকাই লণ্ডনলৈ ব্যাৰিষ্টাৰী পঢ়িবলৈ যোৱাৰ সময়ত ডম্বৰুধৰক যথেষ্ঠ অনুপ্ৰেৰণা দিছিল।

তেৰ ফেব্ৰুৱাৰীত ডম্বৰুধৰ আহি বম্বে মহানগৰীত ভৰি দিলে। দেশৰ মাটিত ভৰি দি তেওঁ প্ৰফুল্লিত হৈ পৰিল। অৱশ্যে ওপজা ঠাইখন এতিয়াও বহু দূৰ! উদ্বিগ্নতাৰে বৈ থকা পত্নী মনোমতীৰ মুখখন তেওঁৰ চকুৰ আগত বাৰে বাৰে ভাঁহি উঠিল। তিনিদিনৰ পিছতে কলিকতালৈ আহি তেওঁ বন্ধু তাপস কুমাৰ ব্যনাৰ্জীৰ ঘৰত উঠিল। বিশ ফেব্ৰুৱাৰীৰ দিনা কনিষ্ঠ ভাতৃ ৰমণীমোহনৰ সৈতে উৰাজাহাজেৰে মনোমতী আহি কলিকতা পালেগৈ। ডম্বৰুধৰক দেখি মনোমতীৰ আনন্দাশ্ৰু নিগৰি পৰিল। সেই আনন্দাশ্ৰু মনোমতীয়ে যেন

চাৰিবছৰে অসীম ধৈৰ্য্যৰে সাঁচি ৰখা প্ৰেমৰ টোপাল! এসপ্তাহমান কলিকতাত মনোমতীক ঘূৰাই-ফুৰাই আঠাইশ ফেব্ৰুৱাৰীৰ দিনা তেওঁলোক গুৱাহাটী পালেহি।

গুৱাহাটীৰ বৰঝাৰ বিমান কোঠত বহু সময়ৰে পৰা আপেক্ষা কৰি আছে- পৱিত্ৰমোহন,টকৌবাৰী নিৱাসী কুলদীপ সিং, নৰেন দাস, প্ৰবীন দত্ত, খগেন্দ্ৰমোহন, ক্ষীৰদা আৰু তৰুৱে। তেওঁলোক আহি ৰিহাবাৰীৰ নিজ গৃহ পালেহি। ডম্বৰুধৰ আহিয়েই মাক অৱলা আৰু ভাৰতীৰ চৰণৰ ধূলি ল'লে। তিনিওৰে চকু চলচলীয়া হৈ পৰিল। দুদিনৰ পিছতে আটাইবোৰ আহি নগাঁওৰ ৰাজাবাৰীৰ ঘৰ পালে।ডম্বৰুধৰ আহি ঘৰ পোৱাৰ খবৰটো অহ-কাণে পহু-কাণে গৈ তৎক্ষণাত গাঁওত জনা-জনি হৈ পৰিল। বিলাত ফেৰত ডম্বৰুধৰক চাবলৈ গাঁওৰ মানুহৰ লানি লাগিল। প্ৰয়াত দণ্ডিৰাম পাঠকৰ ঘৰৰ চোতাল মানুহে নধৰা হৈ পৰিল। কেইজনমান লৰা-ছোৱালীয়ে ডম্বৰুধৰৰ গাটো চুই চালে। ৰাইজে নাম-প্ৰসঙ্গ আৰম্ভ কৰিলে। ভগবন্তৰ নামৰ ধ্বনিৰে কেউদিশ জয়-জয়, ময়-ময় হৈ পৰিল।

দুদিনৰ পাছতে ডম্বৰুধৰে মনোমতীৰ সৈতে বৰপেটাৰ কীৰ্ত্তন ঘৰলৈ গৈ সেৱা সৎকাৰ কৰি আহিল। পাট বাউসীসত্ৰলৈকো গ'ল।

বাউসী অঞ্চলৰ বিভিন্ন শিক্ষা প্ৰতিষ্ঠানসমূহে ডম্বৰুধৰক সম্বৰ্ধনা জনালে।ভেল্লা ইংৰাজী মাধ্যমিক বিদ্যালয়, বৰপেটা মাধৱচন্দ্ৰ চৌধুৰী মহাবিদ্যালয়, হাউলী উচ্চ ইংৰাজী বিদ্যালয় ইত্যাদি। হাউলী উচ্চ ইংৰাজী বিদ্যালয়ৰ সম্বৰ্ধনা সভাত মুখ্য অতিথি আছিল- মহেন্দ্ৰ মোহন চৌধুৰী। চৌধুৰী ডাঙৰীয়াই নগাঁওৰ তেখেতৰ বাসভৱনৰ সন্মুখৰে বাসিন্দা প্ৰয়াত দণ্ডিৰাম পাঠকৰ তৃতীয় পুত্ৰ ডম্বৰুধৰৰ শৈশৱ, কৈশোৰ আৰু যৌৱনৰ দুই-চাৰিটা কথা কৈ তেওঁৰ সংগ্ৰামী মনৰ এটি পৰিচয় ডাঙি ধৰিলে।

# ওকালতি আৰু শিক্ষকতা

উনৈশ শ আঠাৱন্ন খৃষ্টাব্দৰ এপ্ৰিল মাহত ব্যাৰিষ্টাৰ ডম্বৰুধৰ পাঠকে অসম উচ্চ ন্যায়ালয়ত ওকালতি জীৱনৰ পাতনি মেলে। ওকালতিৰ ক্ষেত্ৰত নতুন যদিও বিলাতত থাকোঁতে কুইনচ্ কাউন্সিলৰ জ'ন প্লেটচ্ মিলৰ সৈতে কাম কৰাৰ কিছু অভিজ্ঞতা তেখেতে আহৰণ কৰিছিল।

গুৱাহাটী উকীল সংস্থাৰ প্ৰায়ভাগ উকীলেই ব্যাৰিষ্টাৰ পাঠকৰ জনা-শুনা ব্যক্তি। ওঠৰ-শ পঁচাশী খৃষ্টাব্দতে স্থাপিত হোৱা অনুষ্ঠানটোৰ এক দীঘলীয়া ইতিহাস আছে। তীৰ্থনাথ ফুকন, তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, মহম্মদ তৈয়াবুল্লা, গোপীনাথ বৰদলৈ,সিদ্ধিনাথ শৰ্মা, বিষ্ণুৰাম মেধী, বলীন্দ্ৰ নাথ বৰুৱা আদি বৰেণ্য ব্যক্তিৰ স্মৃতি অনুষ্ঠানটোৰ সৈতে বিজৰিত হৈ আছে।

ব্যাৰিষ্টাৰ পাঠকৰ আইন সম্পৰ্কীয় গভীৰ জ্ঞানৰ বুজ লৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড' সূৰ্য্যকুমাৰ ভূঞাই তেখেতক উনৈশ-শ আঠাৱন্ন খৃষ্টাব্দৰ দুই জুলাইৰ দিনা বিশ্ববিদ্যালয়খনৰ আইন মহাবিদ্যালয়ৰ অংশকালীন প্ৰবক্তা নিয়োগ কৰে।কটন মহাবিদ্যালয়ৰ অধ্যক্ষ বাসভৱনটোতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰশাসনিক ভৱনটো অস্থায়ী ভাৱে চলি আছে। কাৰ্য্যালয়টোত তেখেতে দুগৰাকী নিয়মানুৱৰ্তিত্ৰ মানি চলা ব্যক্তিক লগ পালে।প্ৰথম গৰাকী হ'ল-গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম পঞ্জীয়ক অধ্যাপক ফণীধৰ দত্ত।অৱশ্যে দত্তদেৱক ডম্বৰুধৰে কটন মহাবিদ্যালয়তে লগ পাইছিল।প্ৰফেচাৰ দত্তই তেওঁলোকক গণিত পঢ়ুৱাইছিল। আনগৰাকী ব্যক্তি হ'ল— শিক্ষাবিদ চিদানন্দ দাস।দাসদেৱ ডম্বৰুধৰ পাঠকৰ পত্নী মনোমতীৰ ভিনিহীয়েক। চিদানন্দ দাস গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপ-পঞ্জীয়ক পদত আছে। বিশ্ববিদ্যালয়ৰ পৰীক্ষা নিয়ন্ত্ৰক হিচাবেও কাৰ্য্যভাৰ চম্ভালি থকা প্ৰফেচৰ দত্তৰ কোঠাত বহি ব্যাৰিষ্টাৰ পাঠকেও বহুতো গুৰুত্বপূৰ্ণ কাম চম্ভালিব

লগীয়া হৈছিল।গুৱাহাটী বিশ্ববিদ্যালয় এক্টৰ অধীনত ষ্টেটুট্ এণ্ড ৰেগুলেচন্ আহিঁবোৰ তৈয়াৰ কৰাৰ ক্ষেত্ৰত ব্যাৰিষ্টাৰ পাঠকে যথেষ্ট কাম কৰিব লগা হয়।

আইন মহাবিদ্যালয়ৰ শ্ৰেণীত পাঠদান কৰাৰ বাবে তেখেতে লণ্ডন বিশ্ববিদ্যালয়ৰ এল.এল.এম শ্ৰেণীৰ দৰে প্ৰায়ে এটি চিনবুটিকেল নোট তৈয়াৰ কৰি লয়। ন'টবোৰ এসপ্তাহমানৰ আগতেই তেখেতে ছাত্ৰসকলৰ মাজত বিতৰণ কৰি দিয়ে, যাতে এসপ্তাহৰ পিছত পঢ়াবলগীয়া বিষয়টোৰ সৈতে ছাত্ৰসকলে পৰিচিত হৈ লোৱাৰ এটা সুযোগ পায়। শ্ৰেণীত পাঠদান কৰাৰ সময়ত ছাত্ৰসকলৰ ফালৰ পৰা তেওঁ প্ৰশ্ন আহ্বাণ কৰে। এনে ভাব-বিনিময়ৰ মাজেৰে গোটেই বিষয়টো ছাত্ৰসকলৰ বাবে সহজ হৈ পৰে। শ্ৰেণীত আইন পাঠ্যক্ৰমৰ নিৰস বক্তৃতাৰ সাম কটাবলৈ বিভিন্ন বিষয়ৰ আদালতৰ মোকৰ্দমাৰ বিচাৰবোৰ বিচাৰি-খুচৰি আনি ছাত্ৰসকলৰ মাজত উপস্থাপন কৰা হয়।এনে ধৰণেৰে পাঠদান কৰাত ছাত্ৰসকলক যথেষ্ট উৎসাহিত হৈ পৰা দেখা যায়।অধ্যক্ষ ড° জগদীশ চন্দ্ৰ মেধী আৰু সহকৰ্মী ৰাধিকা ৰাম দাস, মহেন্দ্ৰ চন্দ্ৰ পাঠক, ধৰ্মকান্ত শৰ্মা, ওৱাহেদ আলী আদিৰ লগত প্ৰায়ে কথা-বতৰা পাতি মহাবিদ্যালয়খনক সকলো বিষয়তেই আগবঢ়াই নিবলৈ তেওঁ যথেষ্ট চেষ্টা কৰে।

উনৈশ-শ সাতাৱন্ন খৃষ্টাব্দত ধৰ্মীয় আৰু দাতব্য অনুষ্ঠানৰ দেৱোত্তৰ ভূমিবোৰ অধিগ্ৰহণ কৰিবলৈ অসম চৰকাৰে আইন প্ৰণয়ন কৰে।অসম চৰকাৰৰ বিপক্ষে বৰপেটা সত্ৰই মোকৰ্দমা ৰুজু কৰে। মোকৰ্দমাটো চলাবলৈ অধিবক্তা ড° জগদীশ চন্দ্ৰ মেধী আৰু ডম্বৰুধৰ পাঠকক সত্ৰ পক্ষৰ ফালৰ পৰা নিয়োগ কৰা হয়। মোকৰ্দমাটোত সত্ৰ পক্ষ বিফল হয় যদিও তেওঁলোকে উচ্চতম ন্যায়ালয়ত আপীল কৰে। উচ্চতম ন্যায়ালয়ত জ্যেষ্ঠ অধিবক্তা ডি,এন, মুখাৰ্জীৰ লগত ব্যাৰিষ্টাৰ পাঠকে সহযোগ কৰে যদিও পুনৰ ব্যৰ্থ হয়।

উনৈশ-শ ষাঠি খৃঃত অসমৰ ভাষা আন্দোলনৰ সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ মাধ্যম সম্পৰ্কীয় মোকৰ্দমাটোতো ব্যাৰিষ্টাৰ পাঠকক নিয়োগ কৰা হয়। এই মোকৰ্দমাত গুৱাহাটী বিশ্ববিদ্যালয় পক্ষ জয়ী হয়। অৱশ্যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বহুতো মামলা-মোকৰ্দমাতে ব্যাৰিষ্টাৰ পাঠক অধিবক্তা হিচাপে গুৱাহাটী উচ্চ-ন্যায়ালয় আৰু উচ্চতম ন্যায়ালয় পৰ্য্যন্ত গৈ তদাৰক কৰিব লগীয়া হৈছিল। তেনে বহুকেইটা মোকৰ্দমাতে উচ্চতম

ন্যায়ালয়ৰ প্ৰখ্যাত আইনজ্ঞ এম.চি চাগলা তেখেতৰ লগত জ্যেষ্ঠ অধিবক্তা হিচাপে থাকে।

এদিন ধাপলি সিং নামৰ জনৈক ব্যক্তি এগৰাকীয়ে পত্নীৰ মূৰটো কাটি আৰক্ষী থানাত হাজিৰ হৈ সবিশেষ ব্যক্ত কৰেহি। ফলস্বৰূপে ছেচন্ আদালতে ধাপলি সিঙক প্ৰাণদণ্ডেৰে দণ্ডিত কৰে। পিছে অপৰাধীয়ে কাৰাগাৰৰ পৰাই উচ্চ-ন্যায়ালয়ত মৃত্যুদণ্ডৰ আদেশৰ বিৰুদ্ধে আপীল কৰে। আপীল কৰা ব্যক্তিজনৰ অধিবক্তা নিয়োগ কৰাৰ সামৰ্থ্য নথকা বাবে মাননীয় উচ্চ ন্যায়ালয়ে ব্যাৰিষ্টাৰ পাঠকক 'এমিকাচ্ কিউৰী'(ফ্ৰেণ্ড অব্ দ্যা কোৰ্ট)নিয়োগ কৰে। কেচটো বহুদিন চলাৰ পাছত আচামীয়ে মৃত্যুদণ্ডৰ পৰা ৰেহাই পালে যদিও যাৱৎ-জীৱন কাৰাদণ্ড খাটিবলগীয়া হ'ল।

উনৈশ-শ এষষ্ঠী খৃষ্টাব্দত ব্যাৰিষ্টাৰ পাঠকে অধিবক্তা গোপাল স্বৰূপ পাঠকৰ (পৰবৰ্তী কালত ভাৰতবৰ্ষৰ উপ-ৰাষ্ট্ৰপতি )স'তে বহুকেইটা মোকৰ্দমাত সহযোগ কৰে।তাৰ উপৰি জেষ্ঠ অধিবক্তা ভি. এচ্ মহাজন, ডি. এন্ মুখাৰ্জী, নলীত লাল আদিৰ লগতো তেওঁ বিভিন্ন মোকৰ্দাত সহযোগ কৰে।

গুৱাহাটী উচ্চ-ন্যায়ালয়তো ব্যাৰিষ্টাৰ পাঠকে বহুকেইগৰাকী জ্যেষ্ঠ অধিবক্তাৰ স'তে কাম কৰে। তাৰ ভিতৰত ড° জগদীশ চন্দ্ৰ মেধী, এস. কে ঘোষ, পূৰ্ণন্দু চৌধুৰী, নলিনী মোহন ডাম, হৰেশ্বৰ গোস্বামী, জয় চন্দ্ৰ চৌধুৰীৰ নাম উল্লেখযোগ্য। কেইটামান মোকৰ্দমাত তেওঁ সিদ্ধাৰ্থ শঙ্কৰ ৰায়ৰ সহযোগীও হয়। অসমৰ এড্'ভোকেট জেনেৰেল (পৰৱৰ্তী কালত ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি) ফকৰুদ্দিন আলী আহমেদৰ লগতো অসম চৰকাৰৰ মনোনীত অধিবক্তা হিচাপে কাম কৰে।

উনৈশ-শ বাষষ্ঠি খৃষ্টাব্দত চীনে ভাৰত আক্ৰমণ কৰাৰ পিছত অসামৰিক প্ৰতিৰক্ষাৰ বাবে চৰকাৰৰ অনুৰোধত ক্ৰমে বহু সংখ্যক নাগৰিক ওলাই আহে। দেশৰ স্বাধীনতা আন্দোলনৰ পাছত ভাৰতবৰ্ষৰ নাগৰিকসকলৰ মাজত দেশপ্ৰেমৰ তেনে উদ্যম প্ৰথম দেখা গ'ল। গুৱাহাটী চহৰতো অসামৰিক প্ৰতিৰক্ষাৰ প্ৰশিক্ষণ চলিবলৈ ধৰিলে। ডাক্তৰ তাৰিণী মোহন বৰুৱা, হৰেশ্বৰ গোস্বামী, থিৰ নাৰায়ণ সিং প্ৰমুখ্যে ব্যক্তিসকল গুৱাহাটীৰ বিভিন্ন অঞ্চলৰ ওৱাৰ্ডেন নিযুক্ত হয়। ব্যাৰিষ্টাৰ পাঠক, ধৰণীধৰ শৰ্ম্মা, থিৰ নাৰায়ণ সিং

আদি ব্যক্তিসকল ৰাণীৰ ওচৰৰ পাহাৰৰ তলিত ৰাইফল ট্ৰেইনিঙৰ প্ৰশিক্ষণ লয়। ট্ৰেন্স্ খন্দা, এইড্ আদি ৰাইজক শিকাই-বুজাই প্ৰতিৰক্ষাৰ বাবে সতৰ্ক হৈ থাকিবলৈ আহ্বান জনায়।

ইফালে নেফাৰ মেক্ মোহন লাইন পাৰহৈ চীনা সৈন্য আহি বমডিলা পোৱাত তীব্বতৰ জন-জাতিকে ধৰি নেফাৰো বহুলোকে বয়-বস্তু ঘোঁৰাৰ পিঠিত বোজাই দি গুৱাহাটী, নগাঁও আদি চহৰ ভৰি পৰিল। তেজপুৰ চহৰ প্ৰায় জনশূন্য হৈ পৰিছে। গুৱাহাটীৰ সকলোবোৰ বিদ্যালয়, মহাবিদ্যালয়ত ৰিফিউজীৰে ভৰি পৰিছে। চৰকাৰ আৰু স্থানীয় ৰাইজসকলে তেওঁলোকৰ খোৱা-মেলাত ব্যস্ত হৈ পৰিল।

সেইসময়তে আৰম্ভ হোৱা সমবায় আন্দোলনতো ব্যাৰিষ্টাৰ পাঠকে আগভাগ ল'লে। গুৱাহাটীৰ ঠায়ে ঠায়ে নানান নতুন সমবায়-ভাণ্ডাৰ মুকলি কৰাত তেওঁৰ যথেষ্ট বৰঙনি আছে। এই কাৰ্যতো থিৰ নাৰায়ণ সিং, ধৰণী শৰ্মা, মহেন্দ্ৰ বৰুৱা, যতীন গোস্বামী আদি ব্যক্তিয়ে সহযোগ কৰে। পল্টন বজাৰৰ শ্ৰীমন্ত শঙ্কৰদেৱ নামঘৰৰ ওচৰত এখন পাইকাৰী গ্ৰাহক সমবায়-ভাণ্ডাৰ স্থাপন কৰা হয়। ব্যাৰিষ্টাৰ পাঠক তাৰে কেন্দ্ৰীয় সমিতিৰো সদস্য মনোনীত হয়। গুৱাহাটী চহৰৰ সমবায় ভাণ্ডাৰসমূহ, ৰেলৱে ক'পাৰেটিভ্ ছ'চাইটি, পলাশবাৰী, মীৰ্জা, হাজো, নলবাৰী আদি ঠাইকে ধৰি গুৱাহাটী মহকুমাৰ প্ৰায় ঠাইৰ সমবায়-ভাণ্ডাৰতে খাদ্য-সামগ্ৰীবোৰ তাৰ পৰা যোগান ধৰা হয়।পৰৱৰ্তী কালত সমবায়-ভাণ্ডাৰখন পল্টন বজাৰৰ সন্মুখত 'কামৰূপা' নামাকৰণেৰে নিজ গৃহত স্থাপন কৰা হয়। তাৰোপৰি পাণ-বজাৰত 'সহায়িকা' নামেৰে এখন ডিৰ্পাট্‌মেন্টেল ষ্টোৰ্ স্থাপন কৰাতো তেওঁ দৃঢ় পদক্ষেপ লয়। তাত চাউল, ডালি, মাছ, মাংসৰ পৰা বাচক বনীয়া সাজ-পোছাক পৰ্যন্ত পোৱা যায়। উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত এনে বৃহৎ প্ৰচেষ্টা এয়েই প্ৰথম।অৱশ্যে ত্ৰুটীপূৰ্ণ পৰিচালনাৰ বাবে এনে প্ৰচেষ্টাও সময়ৰ স্ৰোতত অথলে গ'ল।

উনৈশ-শ তেষষ্ঠি খৃঃৰ একৈশ মাৰ্চত ডম্বৰুধৰ পাঠকৰ ৰিহাবাৰীৰ গৃহত ভনীয়েক ক্ষীৰদাৰ বিবাহ পতা হয়-টিহুৰ প্ৰমোদ কলিতাৰ লগত। পুনৰ এবছৰৰ পিছতে পলাশবাৰীৰ ৰমা কলিতাৰ লগত কনিষ্ঠ ভনীয়েক তৰুলতাৰ বিবাহ সম্পন্ন হয়।

উনৈশ-শ চৌষষ্ঠি খৃষ্টাব্দৰ চাৰি এপ্ৰিলত অসম চৰকাৰে প্ৰথম ৰাজ্যিক আইন আয়োগ গঠন কৰে। আয়োগৰ সদস্য-সচিব হিচাপে ব্যাৰিষ্টাৰ পাঠকে নিযুক্তি পায়।

আয়োগৰ অধ্যক্ষ মনোনীত হয়-অসম চৰকাৰৰ এড্‌ভকেট জেনেৰেল ভবেশ চন্দ্ৰ বৰুৱা। সদস্যসকল হ'ল পাৰ্বতী কুমাৰ গোস্বামী, এম.কে ঘোষ, বিশেশ্বৰ শৰ্মা আৰু ৰমেশ চন্দ্ৰ চৌধুৰী। ল' কমিচনে ৰাজ্যখনৰ সকলোবোৰ ৰাজ্যিক আইন অধ্যয়ণ কৰি সময়োচিত ভাবে কাৰ্য্যকৰী কৰিবলৈ চৰকাৰক বহুতো দিহা-পৰামৰ্শ সম্বলিত প্ৰতিবেদন দাখিল কৰে।

উনৈশ-শ সাতষষ্ঠি খৃষ্টাব্দৰ চৈধ্য মে'ৰ দিনা ডম্বৰুধৰ পাঠকৰ ভাতৃ খগেন্দ্ৰমোহনে বৰপেটা চহৰৰ দ-হাটীৰ হৰেন্দ্ৰ নাৰায়ণ দাসৰ কন্যা অমিয়াৰ পাণি গ্ৰহণ কৰে। দুদিন পিছতে কনিষ্ঠ ভাতৃ ৰমণীমোহনৰো শুভ-বিবাহ সম্পন্ন হয়,সেই ঠাইৰে বামুণপাৰাৰ মহোদৰ ঠাকুৰীয়াৰ দুহিতা পদ্মিনীৰ সৈতে।

উনৈশ-শ আঠষষ্ঠি খৃষ্টাব্দত ব্যৰিষ্টাৰ পাঠকে নেফাৰ জ্যেষ্ঠ অধিবক্তা স্বৰূপে কাৰ্য্য-নিৰ্বাহ কৰে।সেই সময়ছোৱাত তেওঁ নেফাৰ বিভিন্ন জনজাতীয়লোকৰ 'কাষ্টমাৰী' আইনবোৰ অধ্যয়ণ কৰে।

উনৈশ-শ উন'ষাঠি খৃষ্টাব্দত ডম্বৰুধৰ পাঠকৰ জ্যেষ্ঠ ভাতৃ ভৱেন্দ্ৰমোহন পাঠকে বিলাতত মাষ্টাৰ অব এডুকেচন ডিগ্ৰী লাভ কৰি যোৰহাট শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যাপক পদত নিযুক্তি পায়। ডম্বৰুধৰ পাঠক এবাৰ যোৰহাটৰ ককায়েকৰ তালৈ যাওঁতে বিজয় কুমাৰ সন্দিকৈক লগ পায়। তেখেতৰ লগত কিছু ঘনিষ্ঠ হোৱাত পাঠকে পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰে। বিজয় কুমাৰ সন্দিকৈয়ে পিতাকৰ লগত তেখেতক পৰিচয় কৰি দিয়াত পাঠক আচৰিত হৈ পৰিল! সন্দিকৈ ডাঙৰীয়াই দেখোন পাঠকে কৰি থকা সকলো কথাৰেই ভূ পায়! গুৱাহাটী বিশ্ববিদ্যালয় এক্ট'ৰ অধীনত ষ্টেটুট্ আৰু ৰেগুলেচনৰ কামখিনিৰ বাবে সন্দিকৈ ডাঙৰীয়া বৰ প্ৰসন্ন।তাৰ উপৰিও ভৱেন্দ্ৰমোহন পাঠকৰ বিষয়েও তেওঁ জ্ঞাত!

বিশ্ববিদ্যালয় আইন মহাবিদ্যালয়ত তেতিয়ালৈকে ছাত্ৰ একতা সভা গঠিত হোৱা নাছিল। এদিন তেখেতৰ ওচৰলৈ শ্বেখ্ চান্দ্ মহম্মদৰ সৈতে আন কেইজনমান ছাত্ৰ আহি ছাত্ৰ একতা সভা গঠন কৰাৰ সপক্ষে প্ৰস্তাৱ দাঙি ধৰাত তেখেতে অধ্যক্ষ মহোদয়ৰ লগত উক্ত প্ৰস্তাৱটো আলোচনা কৰে। অধ্যক্ষ ড° জগদীশ চন্দ্ৰ মেধীয়ে প্ৰথমে প্ৰস্তাৱটোৰ

সপক্ষে নাছিল যদিও পিছত যুক্তি সহকাৰে কথাটো ডাঙি ধৰাত তেখেত সন্মত হয় আৰু সেইবছৰৰে পৰা ছাত্ৰ একতা সভা গঠিত হয়। শ্বেখ চান্দ মহম্মদ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। ছাত্ৰ একতা সভাখনৰ সভাপতি হয়-প্ৰবক্তা ডম্বৰুধৰ পাঠক।

উনৈশ-শ সত্তৰ খৃষ্টাব্দত জ্যেষ্ঠ প্ৰবক্তা ডম্বৰুধৰ পাঠক বিশ্ববিদ্যালয় আইন মহাবিদ্যালয়ৰ অধ্যক্ষ পদত নিয়োজিত হয় আৰু তেতিয়াৰে পৰাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডীন্-অফ্-ফেকাল্টি-অফ্-ল' হিচাপেও কাৰ্যভাৰ চম্ভালে। সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আন আন শিক্ষকসকল বিশেষকৈ ড° মহেশ্বৰ নেওগ, ড° জ্যোতি মেধি, ড° হৰিপ্ৰসন্ন দাস, ড° নৰহৰি দাস, ড° বিনয় কুমাৰ তামুলী আদিৰ সৈতে তেখেতৰ ঘনিষ্ঠতা বাঢ়ে।

উনৈশ-শ বাসত্তৰ খৃষ্টাব্দত মহাৰাষ্ট্ৰৰ পুণে চহৰত সৰ্ব-ভাৰতীয় আইন শিক্ষক সমাৰোহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি হিচাপে অধ্যক্ষ ডম্বৰুধৰ পাঠকে যোগদান কৰে। সেই সমাৰোহ উপলক্ষে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰা বহুতো আইনজ্ঞই যোগদান কৰে। সমাৰোহখন উদ্বোধন কৰে ভাৰতবৰ্ষৰ উপ-ৰাষ্ট্ৰপতি গোপালস্বৰূপ পাঠকে। আইন সংক্ৰান্ত বিভিন্ন বিষয়ত আলোচকসকলৰ দৃষ্টিকোণবোৰ প্ৰকাশ পালে। টিচিং অব্ প্ৰচিডিউৰেল ল' শীৰ্ষক আলোচনাটিৰ অধ্যক্ষ হয়-আইনজ্ঞ ৰাম জেঠমালানি আৰু সহযোগী অধ্যক্ষৰ আসন শুৱনি কৰে ডম্বৰুধৰ পাঠকে।একেই বিষয় ভিত্তিত পাঠকে নিজৰ এখন লিখনিও পাঠ কৰে। তথ্যভিত্তিক লিখনিখন পৰৱৰ্ত্তী কালত তেখেতৰ স্ব-লিখিত "লিগেল মিচিলেনী ইন এচেচ" নামৰ গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হয়।

# গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ আৰু মুখ্য ন্যায়াধীশ

উনৈশ-শ তেসত্তৰ খৃষ্টাব্দৰ আঠ আগষ্টৰ দিনা গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ পাৰ্বতীকুমাৰ গোস্বামীয়ে ডম্বৰুধৰ পাঠকক গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ স্থায়ী ন্যায়াধীশ স্বৰূপে শপত গ্ৰহণ কৰোৱায়।

ন্যায়াধীশ হৈ গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ অধীনৰ আগৰতলা, ইম্ফল শ্বিলং, কহিমা আদিত থকা খণ্ড-আদালতসমূহলৈ গৈ ন্যায়াধীশ পাঠকে বহুতো বিচাৰ চলাবলগীয়া হয়। ডিভিজন বেঞ্চসমূহত তেখেতে ন্যায়াধীশ ডি এম. সেন,ন্যায়াধীশ ভোলানাথ শৰ্মা, ন্যায়াধীশ মহেন্দ্ৰ চন্দ্ৰ পাঠক, ন্যায়াধীশ বাহাৰুল ইছলাম, ন্যায়াধীশ এস এম. আলী আদিৰ সৈতে কাম কৰে।

উনৈশ-শ আশী খৃষ্টাব্দৰ পহিলা মাৰ্চৰ দিনা ন্যায়াধীশ ডম্বৰুধৰ পাঠকে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ (অস্থায়ী) হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰে। অৱশ্যে উনৈশ-শ বিৰাশী খৃষ্টাব্দৰ সোতৰ এপ্ৰিলৰ দিনা অসম আৰু মেঘালয়ৰ ৰাজ্যপাল প্ৰকাশ মেহৰোত্ৰাই ন্যায়াধীশ পাঠকক গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ স্থায়ী মুখ্য-ন্যায়াধীশ স্বৰূপে গোপনীয়তাৰ শপত বাক্য পাঠ কৰোৱায়।

তেওঁৰ কাৰ্য্যকালৰ ভিতৰতে উত্তৰ-পূৱ ভাৰতৰ ন্যায়িক কাৰ্য্যপালিকাসকলৰ বাবে এখন প্ৰশিক্ষণ শিক্ষানুষ্ঠান গঢ় দিয়াত তেওঁ সফল হয়। অসমৰ আইন মন্ত্ৰী কেশৱ চন্দ্ৰ গগৈদেৱে অনুষ্ঠানটি গঢ়ি তোলাত যথেষ্ঠ সহযোগ কৰে। সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰতে এনেধৰণৰ অনুষ্ঠান এইয়ে প্ৰথম। উক্ত অনুষ্ঠানটো গঢ়ি তুলিবলৈ উত্তৰ-পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যৰ পৰা পঞ্চাশ হাজাৰ টকাকৈ এটা 'কৰপাচ ফাণ্ড' গোটাই লোৱা

হয়।উত্তৰ-পূৱ ন্যায়িক কাৰ্য্যপালিকাসকলৰ প্ৰশিক্ষণ কেন্দ্ৰৰ প্ৰথম গৰাকী সঞ্চালক মনোনীত হয়-ন্যায়াধীশ ভোলানাথ শৰ্ম্মা। ন্যায়াধীশ পাঠকৰ প্ৰচেষ্টাত বিতোপন পুথিভঁৰাল এটিও তাত গঢ় লৈ উঠিল। আচলতে ন্যায়াধীশ পাঠক বিলাতত থকা সময়ছোৱাত বহু পুথিভঁৰাল তথা ইউৰোপৰ বহুকেইখন বিশ্ববিদ্যালয় দেখাৰ সৌভাগ্য ঘটিছিল। বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰায় আৰম্ভনিৰ পৰাই জড়িত হৈ থকা বাবে দেশৰ ভিতৰতে প্ৰথম তেনে এটি অনুষ্ঠান গঢ়ি তোলাত তেখেত সফল হয়।

তদুপৰি উত্তৰ-পূৱ আইন গবেষণা প্ৰতিষ্ঠানৰ অধ্যক্ষ হৈ থকা সময়ছোৱাত ন্যায়াধীশ পাঠকে উত্তৰ-পূৰ্বাঞ্চলৰ বহুতো জনগোষ্ঠী বসতি অঞ্চলৰ পৰা তেখেতসকলৰ ৰীতি-নীতি সম্পৰ্কীয় কাষ্টমাৰী আইনবোৰ গোটাবলৈ চেষ্টা কৰে। তাৰ বাবে তেখেতে উত্তৰ-পূৱ ভাৰতৰ বহুতো দুৰ্গম ঠাইলৈকো যাবলগীয়া হয়। অৰুণাচল প্ৰদেশৰ সোৱণশিৰি জিলাৰ জিৰোৰ ওপৰলৈ গৈ নিচি আৰু আপাটানী জন-গোষ্ঠীৰ জীৱনৰ বুজ লয়। তেজু আৰু খুনচালৈকো যায়। ত্ৰিপুৰা, মিজোৰাম, মণিপুৰ, নাগালেণ্ড আৰু মেঘালয়ৰো বিভিন্ন জন-জাতিৰ জীৱন অধ্যয়ণ কৰে।

লক্ষীমপুৰ জিলাৰ জোনাই মহকুমাৰ সদৰ ঠাই জোনাইলৈ উৰা-জাহাজ কিম্বা মটৰ গাড়ীৰে যোৱাৰ কোনো ব্যৱস্থা নাই, সংযোগ কেৱল ৰেলহে।ৰাষ্ট্ৰীয় পথটো ডোখৰ-ডোখৰ হৈ আছে। নৈ, উপনৈবোৰৰ ওপৰত নিৰ্মাণ হবলগীয়া দলংবোৰ তেতিয়াও সম্পূৰ্ণ হৈ উঠা নাই।পথৰ মাজে মাজে মাৰ নাও কিম্বা সৰু সৰু নাওত নৈ পাৰহৈহে জোনাইলৈ যাব পাৰি। তেনে প্ৰতিকূল অৱস্থাতো মুখ্য-ন্যায়াধীশ গৰাকীয়ে জোনাইলৈ গৈ ন্যায়িক আদালত উন্মোচন কৰে আৰু তাৰ জনগোষ্ঠী বিশেষকৈ মিচিঙ্ জন-জীৱনৰ বুজ লয়।মিচিং ৰাইজে পৰম্পৰাগত বিহু নৃত্যেৰে মাননীয় মুখ্য ন্যায়াধীশ গৰাকীক আদৰণি জনালে।নতুনকৈ মিচিং পৰম্পৰাৰে সজাই পৰাই লোৱা চাং-ঘৰ এটাৰ ওপৰলৈ ঢোলে-ডগৰে আদৰি নি ন্যায়াধীশ পাঠকক ৰাতিৰ আহাৰেৰে আপ্যায়িত কৰিলে।

উনৈশ-শ একাশী খৃষ্টাব্দৰ আঠাইশ চেপ্তেম্বৰৰ দিনা- মুখ্য ন্যায়াধীশ পাঠকে গোৱালপাৰা জিলাৰ বঙাইগাঁওত ন্যায়িক আদালত এখন উদ্বোধন কৰি এটি সাৰুৱা বক্তৃতা দিয়ে। বঙাইগাঁওত ন্যায়িক আদালত প্ৰতিষ্ঠা হোৱাৰ বাবে সেই ঠাইৰ ৰাইজে

বহুদিনৰে পৰা আবেদন নিবেদন কৰি আহিছিল। বঙাইগাওঁ চহৰৰ কেউফালে বসতি কৰা বড়ো জনজাতিৰ বাইজে বাগাৰুম্বা নৃত্যেৰে তেখেতক আদৰে।

গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ তৃতীয় লানি আনন্দৰাম বৰুৱা বক্তৃতামালাত বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰা হ'ল— উচ্চতম ন্যায়ালয়ৰ ভূতপূৰ্ব ন্যায়াধীশ হংসৰাজ খান্না। তেখেতে 'সমাজ আৰু আইন' শীৰ্ষক বিষয়ত এটি সাৰুৱা বক্তৃতা দিয়ে।

আনন্দৰাম বৰুৱা বৰ্ড অব্ ট্ৰাষ্টিৰ হৈ মুখ্য ন্যায়াধীশ ডম্বৰুধৰ পাঠকে আদৰণী ভাষণত জগত বিখ্যাত পণ্ডিত গৰাকীৰ বিষয়ে এটি মনোমোহা বক্তৃতা দিয়ে।

গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ৰূপালী জয়ন্তী উৎসৱৰ অংশ হিচাপে দ্বিতীয় পৰ্য্যায়ত উনৈশ-শ তেসত্তৰ খৃষ্টাব্দৰ পাঁচ এপ্ৰিলত মুখ্য ন্যায়াধীশ পাৰ্বতী কুমাৰ গোস্বামীয়ে সকলোৰে সহযোগীতাত পণ্ডিতপ্ৰৱৰ আনন্দৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে 'আনন্দৰাম বৰুৱা বক্তৃতামালা' স্থাপন কৰে।

উনৈশ-শ বিৰাশী খৃষ্টাব্দৰ বাইশ আগষ্টৰ দিনা ৰাতিপুৱা ন বাজি ত্ৰিশ মিনিটত ন্যায়াধীশ পাঠকৰ মাতৃ অৱলা পাঠকৰ পৰলোকপ্ৰাপ্তি ঘটে। মুখাগ্নি কৰে-নাউঁবাপাকে। মাথো তিনিমাহৰ পিছতে অৰ্থাৎ নৱেম্বৰ মাহৰ তেইশ তাৰিখে অসম চৰকাৰৰ আসাম হায়াৰ চেকেণ্ডাৰী এডুকেচন কাউন্সিলৰ অধ্যক্ষ ভৱেন্দ্ৰমোহন পাঠক স্বৰ্গগামী হয়।

"হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অনু এক কৰা দয়া মায়া হৌক দুৰ॥
জয় জয় কৃপাময় দেৱ যদুপতি।
তোমাৰ চৰণে মাগো অমূল্য ভকতি॥"

-মাধৱদেব।

# উৰিষ্যা উচ্চ-ন্যায়ালয়ৰ
# মুখ্য ন্যায়াধীশ স্বৰূপে

উনৈশ-শ তিৰাশী খৃষ্টাব্দৰ ন আগষ্টৰ দিনাখন মুখ্য ন্যায়াধীশ ডম্বৰুধৰ পাঠক গুৱাহাটীৰ পৰা উৰিষ্যা ৰাজ্যালৈ বুলি ৰাওনা হ'ল। আচলতে লোকসভাত উচ্চ-ন্যায়ালয়ৰ ন্যায়াধীশসকলৰ বদলিকৰণ প্ৰস্তাৱটো গৃহিত হোৱাৰ পাছতে এই প্ৰক্ৰিয়াটোৰ প্ৰথম গৰাকী ব্যক্তি হ'ল ন্যায়াধীশ পাঠক।

ন্যায়াধীশ ডম্বৰুধৰ পাঠকে পৰিয়ালবৰ্গ, বন্ধু-বান্ধৱ বিশেষকৈ নিজ ৰাজ্যখন এৰি থৈ দূৰণিবটীয়া ঠাই এখনলৈ যাবলগীয়া হোৱা বাবে যাত্ৰাৰ আগ নিশা এটি কবিতা লিখে-

বেদনা নিজৰি নিজৰি ঝৰে
বিদায় লগন যেতিয়া পৰে
অতীতৰ স্মৃতি গঁথা
যতবোৰ মধু কথা
একে একে ঝুমৰি ধৰে।
ললিতা পুৱতি পৰৰ
লতাৰ পৰশবোৰ
ফুলে ফুলে দিয়ে শিহৰণ
ঘণে ঘণে কৰে আৱাহন
মনৰ নিভৃত কোণে কোণে
বিষাদৰ বিননি শুনে
বিদায় লগন যেতিয়া পৰে।

ন্যায়াধীশ পাঠকৰ দীঘলীয়া চিঠি লিখাতো সকৰে পৰা এটা চখ।আনকি বিলাতত পঢ়ি থকা সময়তো ইউৰোপৰ বিভিন্ন দেশ ভ্ৰমণ কালত সেই ঠাইবোৰৰ সুন্দৰ বৰ্ণনাৰে তেওঁ পৰিবাৰ মনোমতী, মাজু ককায়েক পবিত্ৰমোহন আৰু ভনীয়েকহঁতলৈ চিঠি লিখিছিল।উৰিষ্যা ৰাজ্যৰ ভৌগোলিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ কথাবোৰ সাঙুৰি ল'ৰা-ছোৱালীকেইটালৈ কেইবাখনো পত্ৰ প্ৰেৰণ কৰে।বিশেষকৈ নতুন গীত ৰচনা কৰিলে তেওঁ বৰ জীয়াৰী গীতিকালৈ পঠিয়াই দিয়ে সুৰ দিবলৈ।সৰুতে পঢ়া জৱাহৰলাল নেহৰুৰ 'লেটাৰচ্ টু দ্যা ডটাৰ' নামৰ কিতাপখনৰ দৰেই উৰিষ্যা ৰাজ্যৰ মুখ্য ন্যায়াধীশ স্বৰূপে শপত গ্ৰহণ কৰাৰ পাছত গুৱাহাটীত এৰি থৈ যোৱা ল'ৰা-ছোৱালীকেইটালৈ তেওঁৰ দিন-পঞ্জীৰ পৰা সংগ্ৰহ কৰি লিখা টোকাৰ এক অংশ চিঠিত লিখি পঠিয়ালে-

মৰমৰ—

মিন্টু, চিন্টু, ইনু, ৰাণু, ৰিঙ্কু, ভাইটি।

মোৰ দিন-পঞ্জীখনৰ পৰা তোমালোকলৈ কিছু লিখি পঠিয়ালো।লিখনি পঢ়ি তোমালোকে নিশ্চয় আনন্দিত হ'বা। ন আগষ্টত মই অসম এৰি উৰিষ্যা অভিমুখে যাত্ৰা কৰিলো যদিও মোৰ মনটো যেন তাতেই বৈ গ'ল।অৱশ্যে কৰ্তব্যৰ আহ্বানত আহি এইখিনি পালোঁহি, যিহেতু মোৰ মনতো এতিয়া ইয়াতে বছৰাই লবলৈ মানসিকভাবে প্ৰস্তুত কৰি তুলিছো। ন তাৰিখে কলিকতত কটাই দহ তাৰিখে পুৱা আহি ভূৱনেশ্বৰ পালোহি। উৰিষ্যা ৰাজ্যৰ মাননীয় ৰাজ্যপাল গৰাকীৰ অনুৰোধত ৰাজভৱনত দিনৰ সাজ খাই,আবেলি পোনে পোনে পুৰীধামলৈ যাত্ৰা কৰিলো।

ভাস্কৰ্য্যৰ দিশৰ পৰা জগন্নাথ মন্দিৰ অতুলনীয়। এঘাৰশ শতাব্দীত ৰজা আংগানগা ভীমদেৱে জগন্নাথ মন্দিৰ নিৰ্মাণ কৰে। মহাপ্ৰভুৰ আগত আৰতি কৰি থকা সময়ত আমি মন্দিৰ প্ৰাঙ্গনত উপস্থিত হ'লোগৈ। পুৰী চহৰৰ অধিবক্তা সন্মিলনৰ সদস্যসকলে আয়োজিত কৰা আদৰণি সভা এখনত উপস্থিত হৈ আমি কটক চহৰ পালোহি।

কটক চহৰত অৱস্থিত মুখ্য ন্যায়াধীশৰ বাঙলাটো অতি বিতোপন।কাষেৰে কুলু-কুলু ধ্বনিৰে মহানদীখন বৈ গৈছে। উৰিষ্যা ভূমি বিহাৰ ৰাজ্যৰ অংগ হৈ থকাৰ সময়ত এই গৃহটো 'কিলা কোৰ্ট' নামে জনা যায়। সেই সময়ত এই গৃহটিত তেতিয়াৰ কমিচনাৰে বাস কৰিছিল। কিন্তু, উনৈশ শ পয়ত্ৰিশ খৃষ্টাব্দত উৰিষ্যা পৃথক ৰাজ্য হৈ পৰাত 'কিলা

ফোৰ্ট ৰাজভৱন হৈ পৰে। উনৈশ শ চাপন্ন খৃষ্টাব্দত উৰিষ্যাৰ ৰাজধানী কটকৰ পৰা ভুবনেশ্বৰলৈ উঠি যোৱাত কিলা ফোৰ্টত মুখ্যমন্ত্ৰী থাকিবলৈ লয়। পিছে উনৈশ শ আঠচল্লিশ খৃষ্টাব্দত কটকত উচ্চ-ন্যায়ালয় প্ৰতিস্থাপিত হোৱাত উনৈশ শ চাপন্ন খৃষ্টাব্দৰ শেষৰ পৰা মুখ্য-ন্যায়াধীশৰ বাসভৱন হৈ পৰে।

সাগৰৰ বুকুলৈ সোমাই যোৱা অন্তৰীপৰ দৰে কটক চহৰখনক তিনিওফালৰে পৰা মহানদী আৰু কটাজৰী নৈয়ে ঘেৰি আছে। এঘাৰ আগষ্টত ৰাতিপুৱাই আমি কটক চহৰৰ চণ্ডী মন্দিৰ দৰ্শন কৰি আহিলো। সেইদিনা দহ বজাত মাননীয় ৰাজ্যপাল চি,এম পুনাছাই আমাক শপত বাক্য পাঠ কৰোৱায়।

বাৰ আগষ্টত আমি কোণাড়ক পালোহি। কোণাড়কৰ পৰা পুৱাৰ সূৰুযটো হেনো বৰ সুন্দৰকৈ উপভোগ কৰিব পাৰি। পিছদিনা পুঁৱতি নিশা আকাশখন মেঘে ঢাকি থকা বাবে সূৰুযটো দেখা নাপালো। 'কোণাড়ক' শব্দৰ 'কোণা' মানে-কোণ আৰু 'আড়ক' মানে-সূৰ্য্য। এঘাৰশ শতিকাত মহাৰাজ ল'নগুলা নৰসিংহদেৱে কোণাড়ক মন্দিৰ নিৰ্মাণ কৰে। গোটেইটো মন্দিৰ কেৱল গ্ৰেনাইট পাথৰেৰে তৈয়াৰী,ক'তো বিলাতী মাটি কিম্বা চূণ-চূৰ্ণ আদিৰ প্ৰলেপ নাই। কালক্ৰমত পুৰণি মন্দিৰ এটি সাগৰৰ বুকুত জাহ যোৱাত এই মন্দিৰটো হেনো বনোৱা হৈছিল। কোণাড়ক মন্দিৰৰ দেৱালবোৰত থকা বিতোপন স্থাপত্যৰ নিদৰ্শনে মানুহৰ মনত দ'কৈ ৰেখাপাত কৰে। কেতবোৰ শৈল্য মূৰ্ত্তিত আজিকালিৰ গাভৰুসকলে ব্যৱহাৰ কৰা মেক্সী, পেঞ্চিল হিলৰ জোতা,ককাললৈকে হালি পৰা কেশ-বিন্যাশৰ স্থাপত্য বিদ্যমান। কীৰ্ত্তিবোৰ যেন কোনো নিপুণ শিল্পীয়ে সুন্দৰভাৱে ভৰাই তোলা একোখন বিতোপন কেনভাচহে!

কোণাড়কৰ পৰা আহি শান্তিস্তুপ দৰ্শন কৰিলো। ধৱলগিৰিত অৱস্থিত এইটো এক বুদ্ধ মন্দিৰ। এই ঠাইতে কলিঙ্গ যুদ্ধ হৈছিল। যুদ্ধৰ ৰক্তাক্ত পৰিসমাপ্তিত মহাৰাজ আশোক ম্ৰিয়মান হৈ পৰিল। তেওঁৰ অন্তৰ আত্মা কঁপি উঠিল! লাহে লাহে মানুহজন সললি হৈ আহিল।তাৰ পাছত আমি গ'লো এঘাৰ শ খৃষ্টাব্দতে নিৰ্ম্মিত প্ৰখ্যাত লিঙ্গৰাজ মন্দিৰ দৰ্শনৰ বাবে।লিঙ্গৰাজ মন্দিৰৰ কাষতে অৱস্থিত ভুবনেশ্বৰী মন্দিৰ ছয় শ' খৃষ্টাব্দতে নিৰ্ম্মিত।

স্বাধীনতা দিৱসৰ দিনা ৰাষ্ট্ৰীয় পতাকা উত্তোলন কৰি ড° ৰাধানাথ ৰথৰ অনুৰোধ ক্ৰমে আমি গোপাবন্ধু দাসৰ ভৱনলৈ যাদু প্ৰদৰ্শনীখন চাবলৈ গ'লো। উৎকলমণি পণ্ডিত

গোপাবন্ধু দাসৰ স্মৃতিত সেই ভৱনটো নিৰ্ম্মাণ কৰা হয়। গোপাবন্ধু দাসৰ অৱদানসমূহৰ ভিতৰত শিক্ষা আৰু জন-সাধাৰণৰ আৰ্থিক উন্নতিৰ ক্ষেত্ৰত কৰা কামবোৰ বিশেষ উল্লেখযোগ্য।ভৱনটোৰ ভিতৰৰ দেৱালবোৰত আঁৰি থোৱা ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামত প্ৰাণ আহুতি দিয়া বীৰসকলৰ তৈল-চিত্ৰসমূহ দেখি আমি অভিভূত হৈ পৰিলো। উনৈশ শ এৰৈশ খৃষ্টাব্দত কষ্টুৰবাৰ সৈতে বাপূজী প্ৰথমবাৰ কটক চহৰলৈ অহা ফ'টোখনো দেখা পালো।তাৰোপৰি লালা লাজপত ৰায়, মৌলানা আব্দুল কালাম আজাদ, চক্ৰৱৰ্ত্তী ৰাজা গোপালাচাৰীৰ তৈল-চিত্ৰসমূহো প্ৰদৰ্শিত হৈ আছে।

যোল্ল আগষ্টত মাননীয় ৰাজ্যপাল চি, এম, পুনাচাৰ বিদায় সম্ভাষণত উপস্থিত হ'লো। সোঁতৰ আগষ্টত নতুন ৰাজ্যপাল মাননীয় বিশ্বম্ভৰ নাথ পাণ্ডেক উৰিষ্যা ৰাজ্যৰ ৰাজ্যপাল স্বৰূপে শপত গ্ৰহণ কৰালো.................।

ইতি——

তোমালোকৰ প্ৰিয়,

'বাবা'

জন্মভূমিৰ পৰা দূৰৈত থাকিও কিঞ্চিৎ নিজ জন্মভূমিৰ কাম কৰি ডম্বৰুধৰ পাঠকে মনত আনন্দ লভে।ওঠৰ আগষ্টত নগাঁও স্বাধীনতা দিৱস ফুটবল প্ৰতিযোগিতাৰ বাবে সহজানন্দ ওজাই তেখেতলৈ লিখা অনুৰোধ মৰ্মে উৰিষ্যা প্ৰাদেশিক ফুটবল এজেন্সিৰ সম্পাদক সৰোজ চাহুক উৰিষ্যাৰ পৰা ফুটবল দল এটা স্বাধীনতা দিৱস ফুটবল প্ৰতিযোগিতালৈ পঠিয়াবলৈ অনুৰোধ কৰে।

উৰিষ্যা ৰাজ্যৰ ৰাজ্যপাল বিশ্বম্ভৰ নাথ পাণ্ডেই ঘৰুৱা মেল এখনত ন্যায়াধীশ পাঠকৰ আগত ব্যক্ত কৰে যে স্বাধীনতা আন্দোলনৰ সময়ত প্ৰায় এক দশক তেওঁ কাৰাগাৰত কটায়।বহুকেইখন হিন্দী পুস্তকৰো তেখেত প্ৰণেতা। তাৰ ভিতৰত 'কংগ্ৰেছৰ বুৰঞ্জী' নামৰ গ্ৰন্থখন উল্লেখযোগ্য।

কটক চহৰৰ প্ৰজাপতি ব্ৰহ্ম কুমাৰী ঐশ্বৰীয় বিশ্ববিদ্যালয় কেন্দ্ৰৰ আমন্ত্ৰণ অনুসৰি তেখেত সেই কেন্দ্ৰলৈ যায় আৰু কেন্দ্ৰই জন-কল্যানৰ অৰ্থে হাতত লোৱা আঁচনিবোৰ তথা বিশ্ব-শান্তিৰ বাবে আৰম্ভ কৰা কামবোৰৰ আৰ্হি দেখি বৰ সন্তোষ লভিলে।

ন্যায়াধীশ পাঠকৰ দিন-পঞ্জীৰ পৰা জনা যায় যে-উৰিষ্যা ৰাজ্যলৈ গৈ পোৱাৰ এমাহৰ ভিতৰতেই তেওঁ প্ৰতিকূল বতৰকো আওকাণ কৰি বিভিন্ন দুৰ্গম ঠাইলৈ ভ্ৰমণ কৰে। প্ৰায় জিলাতে ভ্ৰমণ কৰি তেখেতে বিশেষকৈ নিম্ন আদালতবোৰৰ মানদণ্ড আৰু কাৰ্যাপন্থাৰ বুজ ল'লে। আদালতবোৰ পৰিদৰ্শন কৰি ন্যায়পালিকাসকলক সদায়ে দীৰ্ঘদিনীয়া মোকৰ্দমাবোৰ সোনকালে নিষ্পত্তি কৰাৰ কথা সোঁৱৰাই দিয়ে। বহু আলোচিত আইন সাহাৰ্য আঁচনিখন যথাযথ ভাবে প্ৰযোজ্য কৰিবলৈ তেখেতে অহৰহ চেষ্টা কৰি আহিছে। এই আঁচনিৰ দ্বাৰাহে সমাজৰ দুৰ্বল শ্ৰেণীটোক আইন সাহাৰ্য লোৱাত কিছু সহায় কৰিব পৰা যায়।

ঊনৈশ শ তিৰাশী খৃষ্টাব্দৰ চাৰি চেপ্তেম্বৰৰ দিনা ন্যায়াধীশ পাঠকে 'ধেন-কানাল' পৰিদৰ্শন কৰে। ধেন কানালৰ টিলা এটাৰ ওপৰত 'কপিলা' নামেৰে এটি মন্দিৰ আছে। মন্দিৰলৈ উঠি যোৱা পথটি অকোঁৱা-পকোঁৱা। চৌধ্য শ খৃষ্টাব্দত পুৰীৰাজ্যৰ মহাৰজা আংগনগা ভীমাদেৱে সেই মন্দিৰ নিৰ্মাণ কৰায়। কিম্বদন্তীমতে ৰজাই হেনো এদিন সপোনত দেখিছিল— তেওঁ যদি ভগৱান চন্দ্ৰশেখৰ জিওৰ আৰাধনা কৰে তেন্তে ৰজাৰ কুষ্ঠ ৰোগ আৰোগ্য হব! মন্দিৰ সম্পূৰ্ণ হোৱাৰ পিছত দৈৱক্ৰমে ৰজাৰ কুষ্ঠ ৰোগ আৰোগ্য হ'ল।

সেইদিনা পিছবেলা কপিলা অভয়াৰণ্যখনৰ অংশ বিশেষো তেখেতে দৰ্শন কৰে।ক্ৰমান্বয়ে পৃথিবীৰ বুকুৰ পৰা প্ৰায় লুপ্ত হৈ আহিবলৈ ধৰা ক'লা পহু,ময়ূৰ,ঘৰিয়ালৰ কিছু প্ৰজাতি দেখি তেওঁ অভিভূত হৈ পৰে।

সন্ধিয়া 'ধেন কানাল অধিবক্তা সংস্থাৰ' সভাপতিগৰাকীয়ে তেওঁৰ সম্বৰ্দ্ধনা সভাৰ আদৰণি ভাষণত কয়-ন্যায়াধীশসকলৰ বদলিকৰণ প্ৰক্ৰিয়াটোত তেওঁলোকৰ পূৰ্ণ সমৰ্থন আছে। চানক্যৰ শ্লোক এটাৰে সভাপতিয়ে তেওঁৰ ভাষণৰ মোখনি মাৰে ———

'স্বদেশে পূজ্যতে ৰাজা, বিদ্যান সৰ্বত্ৰ পূজ্যতে।'

ন্যায়াধীশ পাঠকে তেখেতৰ ভাষণত উল্লেখ কৰে—— 'প্ৰকৃতিৰ প্ৰাচুৰ্য্যৰে ভৰপূৰ উৰিষ্যা ৰাজ্যলৈ আহি মোৰ মনত ভাব হৈছে—— ইমান প্ৰাকৃতিক সম্পদ আৰু বিবিধ মূল্যবান ধাতৱ পদাৰ্থেৰে পৰিপূৰ্ণ ৰাজ্যখনৰ জন-সাধাৰণে যদি নিস্পৃহ একাগ্ৰতাৰে কামত আগবাঢ়ে তেন্তে অনতিপলমে এই ৰাজ্যখন এখন চহকী ৰাজ্যত পৰিগণিত হব।ভগৱান জগন্নাথৰ কৃপাতহে যেন তেওঁ এই ৰাজ্যলৈ আহিব পাৰিছে, ইয়াৰ জনগণৰ

সেৱাৰ বাবে সমৰ্থ অনুসৰি তেওঁ কাম কৰি যাব!আদৰণি ভাষণত উল্লেখ কৰাৰ দৰে 'মই আইনৰ বিজ্ঞ লোক নহওঁ,মই এতিয়াও শিকিয়েই আছো আৰু অনুভৱ কৰো মানৱ জীৱনটো শিক্ষা গ্ৰহণৰ এক বিশাল পথাৰ। অৱশ্যে আইন বিষয়তো যথেষ্ট কষ্টসাধ্য। আইনজীৱিসকল ঘোঁৰাৰ দৰে কষ্ট সহিষ্ণু আৰু সন্ন্যাসীৰ দৰে ত্যাগী হব লাগিব।'

পিছদিনাখন ধেন-কানালৰ পৰা ন্যায়াধীশ পাঠকে আন্‌গোল অভিমুখে যাত্ৰা কৰে। পথছোৱাৰ দুয়োপাৰে অসমৰ দৰে সেউজময়ী পৰিৱেশ। আন্‌গোলাৰ পৰা পোনে পোনে তেওঁ সম্বলপুৰ পালেহি।সম্বলপুৰ পাহাৰৰ এক শৃঙ্গৰ ওপৰত চামেলেশ্বৰী মন্দিৰ তেখেতে দৰ্শন কৰে।উৰিয়া লোকবিশ্বাস মতে চামেলেশ্বৰী এক জাগ্ৰত মন্দিৰ। জনশ্ৰুতি মতে-বলাঙ্গীৰৰ মহাৰাজ বলোৰামদেউৱে চৈধ্য শ খৃষ্টাব্দত সেই মন্দিৰ নিৰ্মাণ কৰোৱায়।ৰজাৰ ঘোঁৰাটোক হঠাতে বগা নিগনি এটাই খেদি আহিল। খেনোৱে পিছে ঘোঁৰাটোৰ সলনি কুকুৰেহে খেদা বুলি কয়।দৃশ্যটো দেখি ৰজা আচৰিত হৈ তৰোৱাল উলিয়াই লৈ বগা ৰঙৰ নিগনিটো মাৰিবলৈ চোঁচা ল'লে। পিছে, মুহূৰ্ততে নিগনিটো এজোপা শিমলু গছৰ খোৰোঙত সোমাই অন্তৰ্ধান হৈ পৰিল। ঘটনাটো অলৌকিক বুলি ভাবি ৰজাই সেই ঠাইতে চামেলেশ্বৰী মন্দিৰ নিৰ্মাণ কৰোৱায়। মন্দিৰৰ ওচৰতে শিমুলিপুৰ নামৰ এখন গাঁও গঢ় লৈ উঠে। কালক্ৰমত শিমুলিপুৰৰ ঠাইত শ্যামলাইপুৰ হয়। বৃটিচসকল অহাৰ পিছত সম্বলপুৰ হয়!

প্ৰবাদ আছে যে দক্ষৰাজৰ দ্বাৰা অৱহেলিত আৰু অপমানিত হৈ তেওঁৰ জীয়াৰী সতীয়ে স্বামীৰ নিন্দা সহ্য কৰিব নোৱাৰি যজ্ঞৰ থলিতে দেহ ত্যাগ কৰাত জোৱায়েক শিৱই পত্নীৰ মৃত দেহটো কান্ধত লৈ অনাই-বনাই ঘুৰি ফুৰিব ধৰিলে।কথা বিষম হৈ পৰা দেখি বিষ্ণুৱে সুদৰ্শন চক্ৰৰে সতীৰ মৃত দেহটো একান্ন খণ্ডত কাটি গৈ থাকিল।ভাৰত ভূমিত সতীৰ অংগ য'তেই পৰিল তাতেই একাখনকৈ পীঠ গঢ়ি উঠিল।কামৰূপ ৰাজ্যৰ কামাখ্যা ধামত সতীৰ যোনী অংগ পৰাত সেই ঠাই মহা-তীৰ্থত পৰিণত হয়।তেনেদৰেই সতীৰ শিৰ অংশ পৰিছিল-সম্বলপুৰত।

আবেলি ন্যায়াধীশ পাঠকে এচিয়াৰ ভিতৰতে বৃহৎ হীৰাকুট ডেম পৰিদৰ্শন কৰে। হীৰাকুট ডেমৰ উচ্চতা দুশফুট। মহানদী বান নিয়ন্ত্ৰণ ৰিক্তভূমিৰ জলসিঞ্চন,মৎস্য-পালন আৰু বিজুলী শক্তি উৎপাদন হৈছে বহুমুখী পৰিযোজনাটোৰ লক্ষ্য। প্ৰকল্পটোৰ নিৰ্মাণৰত

অৱস্থাত দুশজন কৰ্মীৰ প্ৰাণ হানি হৈছিল আৰু যথেষ্ট সংখ্যক লোকক প্ৰকল্পটোৰ বাবে উচ্ছেদ কৰা হয়। পণ্ডিত জৱাহৰলাল নেহৰুৱে প্ৰকল্পটোৰ আধাৰশিলা স্থাপন কৰে-উনৈশ শ আঠছল্লিশ খৃষ্টাব্দৰ তেৰ এপ্ৰিলত আৰু একেই তাৰিখত উনৈশ শ সাতাৱন্ন খৃষ্টাব্দত তেখেতে প্ৰকল্পটো উদ্বোধন কৰে। প্ৰকল্পটো নিৰ্মাণত খৰছ হৈছিল মুঠ-সোত্তৰ কোটি আঠাত্তৰ লাখ টকা।

ন্যায়াধীশ পাঠকৰ দিন-পঞ্জীত আৰু উল্লেখ আছে যে সম্বলপুৰ চহৰখন তেওঁৰ বাবে তীব্ৰ আকৰ্ষণৰ স্থান।কাৰণ,সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱাই সম্বলপুৰত থাকিয়েই জীৱনৰ এচোৱা গুৰুত্বপূৰ্ণ সময় ব্যৱসায় সংক্ৰান্ত কামৰ উপৰিও সমান্তৰালভাবে অসমীয়া আধুনিক সাহিত্য সম্পদৰাজি ৰচনা কৰিছিল। সম্বলপুৰৰ উৰ্বৰ ভূমিতে আধুনিক অসমীয়া সাহিত্য উজ্জীৱিত হৈ উঠিছিল।

সম্বলপুৰ মহকুমাৰ বৰগাহৰ অধিবক্তাসকলৰ সম্বৰ্দ্ধনা অনুষ্ঠানত ন্যায়াধীশ পাঠকে উল্লেখ কৰে যোৱা দুদিন অহৰহ পৰি থকা বৰষুণৰ মাজত মোৰ পুৰণি অসমৰ চেৰাপুঞ্জী কিম্বা মৌচিনৰামত থকা যেন অনুভৱ হৈছে। সম্বলপুৰ জিলাখন উৰিষ্যা ৰাজ্যৰ শস্যভূমি আৰু মোৰ নিজকে ইয়াৰে জনসাধাৰণৰ মাজৰে এজন যেন বোধ হৈছে। আইন সাহাৰ্য পৰিযোজনাখন মই জনসাধাৰণৰ মাজলৈ সোনকালে লৈ যোৱাটো বাঞ্চা কৰো। আমাৰ দেশৰ বহুকেইখন প্ৰদেশত এই পৰিযোজনা ইতিমধ্যে আৰম্ভ হৈছে যদিও জনসাধাৰণে এতিয়াও বিশেষ ফল পোৱা বুলি কব নোৱাৰি।

সোণেপুৰৰ সম্বৰ্দ্ধনা অনুষ্ঠানত তেখেতে উল্লেখ কৰে যে-"সোণেপুৰ" মানে হ'ল সোণৰ খনি।কিন্তু,দেশখনৰ সম্পদ কেৱল সোণ-ৰূপেই নহয়। দেশৰ সম্পদৰাজি হ'ল-জনগণৰ সততা, জ্ঞান, কৰ্তব্যনিষ্ঠা আৰু দেশৰ বাবে উৎসৰ্গিত মনোভাৱ। পিছে, আজি বহুতো ব্যক্তি মিছা ভেম আৰু ব্যক্তিগত সম্পদৰাজি আহৰণৰ ক্ষেত্ৰতহে ধাৱমান-কথাটো হাস্যস্পদ।

সেই অনুষ্টানত অধিবক্তা শ্যামেৰা মহাপাত্ৰই তেখেতৰ ভাষণত উল্লেখ কৰে - বঙ্গবন্ধু শ্বেখ্ মুজিবুৰ ৰহমানে কৱিতা এফাঁকি লিখিছিল-

"দুষ্ট আমি ক্ষুব্দ আমি দেৱাৰ কিছু নেই
আছে খালি হৃদয়খানি খুলে দিব তাই।"

মহাশয়,আমি আপোনাক আৰু জানিব বিচাৰো। আমি অনুভৱ কৰিছো— আমি যেন ঘৰৰ মূল মানুহজনক লগ পাইছো। আপুনি আমাৰ যৌথ পৰিয়ালটোৰ মূল সদস্য।গোটেই পৰিয়ালটোক আপুনিয়েই চলাই ৰাখিব লাগিব। কেতিয়াবা পৰিয়ালৰ সদস্যসকলৰ মাজতো কোনো ক্ষেত্ৰত মতভেদ আহি পৰিব পাৰে, আনকি মুনিহ-তিৰোতাৰ মাজতো মাজে মাজে ভুল বুজা-বুজিৰ অভাৱ পৰিলক্ষিত হোৱা দেখা যায়,তেনে ক্ষেত্ৰতো সংশোধনৰ আৱশ্যক।

মই পুনৰ দোহাৰিব খোজো যে-আপোনাৰ দৰে কীৰ্তিমান ব্যক্তি এজন আমাৰ যৌ'থ পৰিয়ালৰ মুখ্যজন হৈ পৰা বাবে আমি গৌৰান্বিত। আপোনাৰ বক্তৃতাৰ পৰাই এইটো ওলাই পৰে যে— আপুনি মাথো এজন ব্যক্তি নহয়, আপুনি এক অনুষ্ঠান।

এই ঠাইখন তন্ত্ৰ-মন্ত্ৰ অধ্যয়ণৰ বাবে বিখ্যাত। অৱশ্যে তন্ত্ৰ শাস্ত্ৰৰ চৰ্চা অসমতো চলে। ইয়াত তন্ত্ৰ চৰ্চাক 'উদ্ৰতন্ত্ৰ' বোলা হয় আৰু এই বিদ্যাৰ উৎপত্তি স্থল হ'ল-সোণেপুৰ। তন্ত্ৰ চৰ্চাঁৰ বহুজন পণ্ডিত ইয়াত আছে। তেখেতসকলে ভগৱানক বিচাৰি হাবাথুৰি খাই নুফুৰে, তেনেবোৰ কথা অন্ধ বিশ্বাস বুলি গণ্য কৰে। স্বামী বিবেকানন্দই কৈছিল, 'কাৰোবাক গুৰু বোলাৰ আগতে গুৰুৰ গৰিমা চিনি ল'বা।" আমি আপোনাক শ্ৰদ্ধা কৰো আৰু আপোনাৰ পৰাও স্নেহ বিচাৰো। অৱশ্যে বিজ্ঞানৰ সূত্ৰ মতে-পোঁহৰৰ উৎসৰ পৰা অহৰহ ৰশ্মি নিৰ্গত হয়েই।

আপুনি এগৰাকী আকৰ্ষণীয় ব্যক্তি, তাৰ উপৰিও মুখ্য ন্যায়াধীশ স্বৰূপেও আপুনি আমাৰ প্ৰধান।এনে এগৰাকী ব্যক্তিত্বসম্পন্ন লোকক আদৰিবলৈ পাই আমি অতি আনন্দিত। ধন্যবাদ......।'

মুখ্য ন্যায়াধীশ পাঠকে মুখ্যমন্ত্ৰী জানেকীবল্লভ পাটনায়কৰ লগত বহু আলোচনাৰ অন্তত উনৈশ শ তিৰাশী খৃষ্টাব্দৰ তেইশ চেপ্তেম্বৰৰ দিনা উৰিষ্যা ৰাজ্যৰ ন্যায়িক বিষয়াবৃন্দক প্ৰশিক্ষণ দিবলৈ এটা অনুষ্ঠান গঢ় দিয়াৰ প্ৰস্তাৱ লয়। সেইদিনা বিয়লিবেলা প্ৰাক্তন মুখ্য ন্যায়াধীশ এচ.বৰ্মনৰ লগত গোটেই বিষয়টো থুলমূল কৈ আলোচনা কৰি উৰিষ্যা ৰাজ্যৰ ন্যায়িক প্ৰশাসনৰ প্ৰাৰম্ভিক অৱস্থাৰ এটা আভাষ ল'লে। তদুপৰি গৃহ ৰাজ্যলৈ যোৱা গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ টি,এস,মিশ্ৰৰ পৰাও অসমত আইন সাহাৰ্য

পৰিযোজনা আৰু প্ৰস্তাৱিত উৰিষ্যা ন্যায়িক বিষয়াসকলৰ ট্ৰেইনিং ইনচ্‌টিটিউট্‌টোৰ সবিশেষ আলোচনা কৰে।

উনৈশ শ তিৰাশী খৃষ্টাব্দৰ পঁচিশ চেপ্তেম্বৰত ন্যায়াধীশ পাঠকে আনন্দৰাম বৰুৱা আইন বক্তৃতামালাৰ মুখ্য অতিথি স্বৰূপে গুৱাহাটীলৈ আহে। চতুৰ্থ আনন্দৰাম বৰুৱা ল' লেক্‌চাৰৰ মুখ্য বক্তা হিচাপে দিল্লী বিশ্ববিদ্যালয়ৰ ডিন অব্ ফেকালটি অব্ ল'ৰ প্ৰফেচ'ৰ ড° পি. কে ত্ৰিপাঠীক আমন্ত্ৰণ কৰি অনা হৈছে। বিষয় হ'ল-"ট্ৰেড.কমাৰ্চ এণ্ড ইন্টাৰকোৰ্চ।"ন্যায়াধীশ পাঠকৰ অনুৰোধ ৰক্ষা কৰি ড° ত্ৰিপাঠী গুৱাহাটীলৈ আহে।

গুৱাহাটীলৈ আহোঁতে উত্তৰ-পূৱ ন্যায়িক বিষয়াসকলৰ ট্ৰেইনিং ইনচ্‌টিটিউট্‌খনৰ প্ৰথম গৰাকী সঞ্চালক ন্যায়াধীশ ভোলা নাথ শৰ্মাৰ লগতো উৰিষ্যা ৰাজ্যৰ প্ৰস্তাৱিত ইনচ্‌টিটিউট্‌খনৰ বিষয়ে বহলকৈ আলোচনা কৰি ল'লে।

উৰিষ্যা ৰাজ্যলৈ ঘূৰি গৈ তেওঁ চত্ৰাপুৰৰ নতুন আদালত ভৱন এটা উন্মোচন কৰি সন্ধিয়া "দশ কালিয়া" নামৰ লোকনৃত্য প্ৰদৰ্শন কৰে। ৰাষ্ট্ৰপতি পুৰস্কাৰ বিজেতা চৌশষ্ঠী বছৰীয়া উৰিয়া লোকশিল্পী বিদ্যানাথ শৰ্মাই নৃত্য প্ৰদৰ্শন কৰে। তেওঁ সহযোগ কৰাজনক 'পলিয়া' বুলি কোৱা হয়। 'দশ কালিয়া' নৃত্যৰ লগত অসমৰ ওজাপালি নৃত্যৰ যথেষ্ট সাদৃশ্য আছে। সেই নৃত্যতো ওজাপালিৰ দৰেই ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীবোৰ বৰ্ণনা কৰি যায়। শ্ৰীকৃষ্ণৰ লগত গোপীবৃন্দৰ প্ৰেমৰ ৰসাল কাহিনীবোৰ আদালত কক্ষত কেনেদৰে উত্থাপিত হ'ব তাৰ এটি কল্প কাহিনী বৰ্ণনা কৰে।

শ্ৰীকৃষ্ণ কুঞ্জবনলৈ বুলি কথা দিও নহা বাবে ৰাধা আৰু আঠ গৰাকী সখীয়েকে শ্ৰীকৃষ্ণক কেনেকৈনো কুঞ্জবনলৈ আনিব পৰা যায় তাৰ পৰিকল্পনা কৰিলে।

শ্ৰীকৃষ্ণক কেইটামান দোষত দোষী সাব্যস্থ কৰা হ'ল। বিচাৰকৰ আসনত বহিল- — স্বয়ং ৰাধা। ললিতা হ'ল— পেস্কাৰ আৰু বিপাখা হ'ল— অধিবক্তা।

শ্ৰীকৃষ্ণৰ প্ৰধান দোষবোৰ হ'ল—

এক, পূতনা ৰাক্ষসীক বধ কৰাৰ বাবে ধাৰা ৩০২ মতে কৃষ্ণৰ ওপৰত জাপি দিয়া দোষৰ বিষয়ে অধিবক্তাগৰাকীয়ে ক'লে— পূতনা ৰাক্ষসীয়ে নিজেই নিজৰ মৃত্যু আহবান কৰিলে। পূতনাই নিজ বক্ষ যুগলত বিহ ভৰাই লৈ চলনা কৰি গাখীৰ খুৱাই

কৃষ্ণক মাৰি পেলাবলৈ বুদ্ধি পাঙি নিজেই মৃত্যুৰ মুখত পৰিল। বোলে— 'লোকলৈ হুল পুতি নিজে মৰে ফুটি !'

ধমাবতাৰ, এটি তিনিবছৰীয়া অবোধ শিশুৱে এগৰাকী পূৰ্ণ যৌৱনা মহিলাক বধ কৰিব পাৰেনে? কথাখিনি শুনি বিচাৰকে ৰায় দান কৰিলে-ধাৰা ৩০২ মতে কৃষ্ণক দোষী সাব্যস্ত কৰিব নোৱাৰি।

দ্বিতীয় আৰু তৃতীয় দোষ মতে— যিহেতু গোপীসকলেহে কৃষ্ণক আমন্ত্ৰণ কৰিছিল, গতিকে কৃষ্ণই গোপীসকলৰ গৃহত প্ৰৱেশ কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। তাৰোপৰি, গোপীসকলে কৃষ্ণক গোপীনাথ নামেৰে সম্বোধন কৰিছিল বাবে কৃষ্ণই তেওঁলোকক নাথ হিচাপে ব্যৱহাৰ কৰাতো একো অপৰাধ বুলি গণ্য কৰিব নোৱাৰি। অৰ্থাৎ গোপীসকলে যদি প্ৰথমে তেওঁক গোপীনাথ বুলি নামাতিলে হয় তেন্তে কৃষ্ণয়ো তেওঁলোকক নিশ্চয় তেনে ব্যৱহাৰ নকৰিলেহেঁতেন।

যিহেতুকে গোপীসকলে কৃষ্ণক গোপীনাথ বুলি সম্বোধন কৰা ধাৰাবাহিকতা অটুত ৰাখিছিল, গতিকে সেই দোষৰ পৰাও বিচাৰকে কৃষ্ণক ৰেহাই দিলে।

ভাৰতীয় দণ্ডবিধি আইনৰ ৪২০ ধাৰা মতে কৃষ্ণক দোষী সাব্যস্ত কৰা হৈছে। আচলতে গোপীসকলক কথা দিয়া মতে, কৃষ্ণ ঠিক সময়তে গৈ কুঞ্জবন পালে হয় যদিও, প্ৰৱল বৃষ্টি আৰু বা-মাৰলীৰ প্ৰকোপত তেওঁ বাধাপ্ৰাপ্ত হৈ পৰিল তেনে ক্ষেত্ৰত গোপীসকলক প্ৰতাৰণা কৰাৰ কথাতো সঠিক নহয়।

অধিবক্তাৰ যুক্তিত বিচাৰকে হয়ভৰ দিলে।

পঞ্চম দোষ মতে,ধাৰা ৩২৩ মতে কৃষ্ণক দোষী সাব্যস্ত কৰা হৈছে যদিও আচল কথাটো হ'ল— মহাৰাজ কংসই গোপক আদেশ দিছিল যে— তেওঁক লাখ লাখ ভাৰ পদুম ফুল আনি দিব লাগে, অন্যথা গোপাপুৰৰ সকলো ব্যক্তিকে মৃত্যুদণ্ড বিহা হব! পিছে, গোপাপুৰৰ কালিন্দী হ্ৰদত 'কালিয়া' নামৰ বিষপূষ্ট সৰ্পডাল থকালৈকে সেই কাম অসম্ভৱ।গোপাপুৰৰ বাসিন্দাসকলৰ জীৱন ৰক্ষাৰ বাবে কালিন্দী হ্ৰদৰ পৰা পদ্ম পুষ্পবোৰ আহৰণ কৰিবলৈ কৃষ্ণই কালিয়া নামৰ সৰ্পডালক পানীত ডুবাই ধৰি মাৰি পেলাবলৈ বাধ্য হ'ল।

বিচাৰকৰ আসন শুৱনি কৰা ৰাধাই কথাতো গমি-পিটি চাই কৃষ্ণক ধাৰা ৩২৩ ৰ পৰাও মুক্ত কৰি দিলে।

ধাৰা ৩৭৯ মতে কৃষ্ণৰ ওপৰত জাপি দিয়া দোষত অধিবক্তা পূৰ্ণমাচীৰ বক্তব্য হ'ল-গোপীবৃন্দই নিলাজৰ দৰে নিজকে নিবস্ত্ৰ কৰি যমুনা নৈৰ পাৰত স্নান কৰি থকা অৱস্থাত এজাক ধুমুহাই নৈৰ পাৰত পেলাই থোৱা গোপীসকলৰ শাৰীবোৰ উৰুৱাই নিলে।সদায়ে বহাৰ দৰেই সেই মুহূৰ্ত্ততো কৃষ্ণই নৈ পাৰত থকা কদম গছৰ ডালত বহি বাঁহী বজাই আছিল। সৌভাগ্যক্ৰমেহে বতাহে উৰুৱাই নিয়া শাৰীবোৰ কদম গছডালৰ ডালবোৰত সাঙুৰ খাই ৰৈ গ'ল।

ধৰ্মাৱতাৰ, ভাবি চাওঁক-এজন ডেকাই যোল্ল শ গোপীনীৰ শাৰীবোৰ খুলিব পৰাটো সম্ভৱনে ?

বিচাৰকে কিছু সময় গুণা-গঠা কৰি সেই দোষৰ পৰাও কৃষ্ণক মুক্তি দিলে।

আনহাতে গোপীবৃন্দক কোনো অসুবিধাত পেলোৱা কথাৰ একো প্ৰমাণ নোহোৱাত ধাৰা ৪২৪ পৰাও কৃষ্ণ মুক্ত হৈ পৰিল।

আটাইকেইটা দোষৰ পৰা কৃষ্ণ মুক্ত হৈ পৰাত অধিবক্তা পূৰ্ণমাচীয়ে মহামান্য আদালতত আবেদন জনালে— যিহেতু সকলোকেইটা দোষৰ পৰাই কৃষ্ণ মুক্ত, গতিকে কৃষ্ণই কাকো ক্ষতিপূৰণ দিবলগীয়া নহয়। আনহাতে বিনা দোষত কেতবোৰ মনে সজা কথাত দোষী সাব্যস্ত কৰি অসুবিধাত পেলাই মান হানি কৰা বাবে কৃষ্ণকহে গোপীবৃন্দই ক্ষতিপূৰণ দিব লাগে।

অৱশেষত দুয়ো পক্ষৰ মাজত মীমাংসা হ'ল আৰু কৃষ্ণই নিয়মিতভাবে কুঞ্জবনলৈ যাবলৈ অঙ্গীকাৰ কৰিলে।

এই কাহিনীটোৱেই বুজাই যে গোপীবৃন্দ আৰু কৃষ্ণৰ মাজৰ সম্পৰ্ক কেনে স্নেহৰ বান্ধোনেৰে বান্ধ খাই আছিল।

'দশ কাথায়া' উপভোগ কৰাৰ পাছত ন্যায়াধীশ পাঠকে বিদ্যানাথ শৰ্মাক তেনে মনোমোহা প্ৰদৰ্শনৰ বাবে অভিনন্দন জনালে।

ডিচেম্বৰ মাহৰ দহ তাৰিখে উৰিষ্যা অধিবক্তা সংস্থাৰ স্বৰ্ণ জয়ন্তী উৎসৱ উপলক্ষে দিয়া ভাষণত ন্যায়াধীশ পাঠকে উল্লেখ কৰে— "............. জয়ন্তীবোৰ কাৎচিতহে জীৱনত

উপভোগ কৰাৰ সুযোগ পোৱা যায়। এনে উৎসৱ যিকোনো অনুষ্ঠানৰ উন্নতিৰ মাপকাঠী। মাথোন কেইটামান দশকৰ আগতে উৰিষ্যা ৰাজ্য গঠিত হয়। উৰিষ্যা ৰাজ্য গঠনৰ পাছত কলিকতা, পাটনা, মাদ্ৰাজ, নাগপুৰ আদি ঠাইৰ উচ্চ ন্যায়ালয়ত ওকালতি কৰি থকা অধিবক্তাসকলে নিজ ৰাজ্যলৈ উভতি আহে।উৰিষ্যা ৰাজ্য গঠনৰ পৰ্য্যালোচনা সমিতিৰ সদস্য আছিল এইস, এম মেহতা আৰু অসমৰ ব্যাৰিষ্টাৰ তৰুণ ৰাম ফুকন।অধ্যক্ষ আছিল-এস্ পি,অডনেল।

উৰিষ্যা অধিবক্তা সংস্থাৰ প্ৰথমজন সভাপতি আছিল-উৎকল গৌৰৱ মধুসূধন দাস।তেখেত প্ৰথম উৰিয়া স্নাতক, প্ৰথমজন স্নাতকোত্তৰ আৰু প্ৰথম উৰিয়া অধিবক্তা।তেখেত বেঙ্গল বিধান সভাৰ প্ৰথমজন উৰিয়া বিধায়ক। পিছলৈ বিহাৰ বিধান সভা আৰু উৰিষ্যা বিধান সভাৰো বিধায়ক হয়। তেখেত ভাইচ্'ৰয় কাউঞ্চিলৰ মেম্বাৰ আৰু উদ্যোগপতিও আছিল।তেখেত কেৱল সমগ্ৰ পূৰ্ব-ভাৰতৰে এজন বিশিষ্ট ব্যক্তিয়েই যে আছিল এনে নহয়,তেখেত দেশৰ স্বদেশী আন্দোলনৰো গুৰি ধৰোতা।উনৈশ শ উনৈশ খৃষ্টাব্দত তেখেতে ৰাজ্যিক মন্ত্ৰীৰ পদো অলংকৃত কৰিছিল। উৰিষ্যা ৰাজ্যৰ এনে এজন ভূমি পুত্ৰক লৈ আমি আজিও গৌৰৱান্বিত............ . . .. ........ ........।

প্ৰাগ ঐতিহাসিক যুগৰ পৰাই উৰিষ্যা এনে এখন ৰাজ্য, যিখনৰ অখণ্ড প্ৰদীপৰ জ্যোতি দূৰ দিগন্তলৈ বিয়পি পৰিছিল.......... ............... .।

জাজপুৰৰ সম্বৰ্দ্ধনা সভাত তেখেতে উল্লেখ কৰে—"জাজপুৰত পৰা সতীৰ নাভী ক্ষেত্ৰই যুগ যুগৰ পৰা ধৰ্মীয় আৰু সাংস্কৃতিক মাধ্যমৰ দ্বাৰাই কামৰূপ ৰাজ্যৰ কামাখ্যাত পৰা সতীৰ যোনী ক্ষেত্ৰৰ লগত সংযোগ কৰিছে। দুয়োখন ৰাজ্যৰ অষ্ট্ৰীক গোটৰ অধিবাসীসকল দ্ৰাবিড় নাইবা এৰিয়ান গোটতকৈও প্ৰাচীন। কামাখ্যাৰ পূজাৰীসকলৰ পূজা-পাৰ্বনৰ ৰীতি-নীতি আৰু তন্ত্ৰ-মন্ত্ৰ আদি বিৰজা ক্ষেত্ৰ জাজপুৰৰ লগত যথেষ্ট সাদৃশ্য দেখা যায়। কামাখ্যাত পালন কৰা অম্বুবাসী উৎসৱৰ ধ্ৰৱণী পূজা এই ঠাইতো প্ৰচলিত..........................।"

জাজপুৰৰ পৰা ঘূৰি অহাৰ দুদিনৰ পিছতে তেখেত বানাপুৰলৈ যোৱাৰ কথা আছিল যদিও উচ্চতম-ন্যায়ালয়ৰ মাননীয় ন্যায়াধীশ ই, এচ, ভেঙ্কটৰামায়াৰ অনুৰোধ ক্ৰমে তেখেতে পিছদিনা যাত্ৰা আৰম্ভ কৰিলে।

তেখেতসকলে প্ৰথমে কোনাড়ক মন্দিৰ পালেগৈ,তাৰ পাছত সোণবৰণীয়া বালিৰে পৰিপূৰ্ণ বঙ্গোপসাগৰৰ পাৰে পাৰে আহি পুৰী চহৰত সোমাল।প্ৰথমে গৌৰাঙ্গ মন্দিৰ দৰ্শন কৰি জগন্নাথ মন্দিৰ দৰ্শন কৰে।

ন্যায়াধীশ পাঠকে সদায়ে নিয়মানুৱৰ্তীতা মানি চলিবলৈ চেষ্টা কৰে।জীৱনৰ প্ৰতিটো পলতে তেখেতে ঘড়ীৰ কাটাৰ নিৰ্দেশ মতেই চলি আহিছে। সেইদিনা পুৱতি নিশাতে উঠি ন্যায়াধীশ ভেঙ্কট্ৰামায়া জগন্নাথ মন্দিৰৰ আৰতি চাবলৈ গ'ল। পুৱা আঠবজালৈকে তেখেত আহি নোপোৱাত ন্যায়াধীশ পাঠকে কাৰ্য্যাসূচী অনুসৰি-বেৰহামপুৰলৈ যাত্ৰা কৰিলে।অৱশ্যে দুখ প্ৰকাশ কৰি জিলা ন্যায়পালিকাজনক কৈ থৈ গ'ল,তেওঁ ন্যায়াধীশ ভেঙ্কটৰামায়াক কথাখিনি যেন বুজাই কয়।

তেনে এটি ঘটনা তেখেত গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ মূখ্য ন্যায়াধীশ হৈ থকা কালতো ঘটিছিল। এবাৰ শ্বিলংলৈ যাবলৈ ওলোৱাৰ সময়ত ৰাতিপুৱা আঠ বজালৈকে পঞ্জীয়ক গৰাকী আহি নোপোৱাত তেওঁ যাত্ৰা আৰম্ভ কৰিলে। দহ মিনিট পিছত আহি উপস্থিত হোৱা পঞ্জীয়ক গৰাকীয়ে কথাৰ বুজ লৈ পল্টন বজাৰ টেক্সী ষ্টেণ্ডলৈ ধাপলি মেলি নংপু পাইহে মূখ্য ন্যায়াধীশৰ গাড়ীখন পালেগৈ।

যোল্ল ডিচেম্বৰৰ দিনা ন্যায়াধীশ পাঠক পাৰাদ্বিপলৈ ৰাওনা হ'ল। ভতিজা ছোৱালী গীতাঞ্জলী আৰু ভতিজা-জোৱায়েক ড° নিৰঞ্জন দাসো লগতে ওলাল। পাৰাদ্বিপ পৰ্ট ট্ৰাচ্‌ৰ অধ্যক্ষ এম. ওয়াই. ৰাওৱে তেখেতক জৱাহৰ নিৱাসত আদৰণী জনায়। প্ৰতি দিনে হাজাৰ হাজাৰ টন লোৰ আঁকৰ সেই বন্দৰৰ পৰা বিভিন্ন দেশলৈ ৰপ্তানি কৰি থকা হৈছে।দক্ষিা-পূৰ্ব ভাৰতৰ ভিতৰত পাৰাদ্বিপ আটাইতকৈ দ' বন্দৰ। প্ৰকাণ্ড ড্ৰেজাৰ এখনে অহৰহ সাগৰ পাৰৰ বালিবোৰ উঠাই থকা বাবেহে জাহাজবোৰ বন্দৰত লগোৱাত সম্ভৱ হৈ পৰিছে।এতিয়া লোৰ আঁকৰবোৰ দক্ষিণ কোৰিয়ালৈ ৰপ্তানি হৈ আছে যদিও আগতে জাপানেহে সৰহকৈ ক্ৰয় কৰিছিল।

শ্বিপিং কৰপ'ৰেচন্ অব্ ইণ্ডিয়াৰ অন্নপূৰ্ণা নামৰ বিশাল জাহাজখন পাৰত লগাব নোৱাৰা বাবে কিছু দূৰৈত ৰখা হয়। বেলেগ এখন সৰু জাহাজেৰে আলহীসকলক অন্নপূৰ্ণা জাহাজখন চাবলৈ লৈ গ'ল। চাপন্নজন মানুহে জাহাজখনত কাম কৰে।ভাৰতীয় খাদ্য নিগমে ৰপ্তানী কৰিবলৈ লোৱা তেৰ হাজাৰ পাঁচশ টন চাউল থাইলেণ্ডৰ বেঙ্কক চহৰলৈ পঠিয়াব। জাহাজখনৰ প্ৰতিদিনৰ খৰচ প্ৰায় পয়ত্ৰিশ হেজাৰ টকা।

ভাৰতীয় নৌ-বাহিনীৰ বিষয়াসকলে জাহাজখনৰ যন্ত্ৰ-পাতি, দিশ নিৰ্ণয় আদিৰ কৌশলবোৰ থূলমূলকৈ তেখেতসকলক বুজাই দিয়ে। কথা প্ৰসঙ্গত বিষয়াসকলে উল্লেখ কৰিলে-জাপানত এনে ধৰণৰ এখন জাহাজ নিৰ্মাণ কৰাৰ বাবে তিনিমাহ সময়েই যথেষ্ট যদিও ভাৰতবৰ্ষত লাগে চাৰি বছৰ।তাৰ কাৰণ দৃঢ় পৰিকল্পনাৰ অভাব, শ্ৰমিক আন্দোলন ইত্যাদি।

পাৰাদিপত এবাৰ শ্ৰমিকসকলৰ ইউনিয়ন দুটা দলত বিভক্ত হৈ পৰাত সংঘৰ্ষ হৈ বহুকেইজন শ্ৰমিকৰ মৃত্যু হয়। সেই পটভূমিত ন্যায়াধীশ পাঠকে এটি কবিতা লিখে—

## পাৰাদিপৰ ক্ৰন্দন

ধৰ্মঘট!
বলীৰ দলন দলিবলৈ
নিৰ্বলী বনুৱাই কৰা
চৰম প্ৰয়াস
এয়া হ'ল বনুৱাৰ
অন্যায় ভেটিবলৈ
অহিংস অমোঘ পাশুপাত।
ধমৰ্ঘট চলিছিল চলিছে
নিৰবধি চলিব
শাসনৰ শোষণৰ জবাব দিবলৈ
মিলিত বনুৱাৰ ধাৰাল অস্ত্ৰপাত।
বনুৱাৰ অসীম ত্যাগৰ চানেকি
ধৰ্মঘটৰ লক্ষ্যস্থল সাম্য মিলনৰ
কিয় বাৰু হয়?
মিলন সূত্ৰধাৰ ছিন্ন-ভিন্ন
কিয় বাৰু হয় বিভাজন

ভায়ে ভায়ে কৰে ঘাত-প্ৰতিঘাত
যদুবংশ ধ্বংসৰ হয় সূত্ৰপাত।
জনে জনে প্ৰতিজনে হয় জনৰৱ
পাৰাদ্বিপ ধৰ্মক্ষেত্ৰত হ'ব ধৰ্মঘট
নীলাভ বাৰিধিৰ বহল বুকুৰ বাৰিধাৰা
অকুণ্ঠে উৰ্মিমালা হ'ই
পাৰাদ্বিপৰ পাদভূমি
ধুইছে পখালিছে
ক্ষণে ক্ষণে ঘনে ঘনে
কৰিছে চুম্বন
এয়া সেই পাৰাদ্বিপ
ধৰ্মক্ষেত্ৰ কৰ্মক্ষেত্ৰ
তাতে হয় শ্ৰমিকৰ মিলন।
ধৰ্মঘটৰ হ'ল সূচনা
আশা-নিৰাশাৰ
দুৱাৰডলিত থৰ হৈ ৰ'ল সবে
জয়-পৰাজয়ৰ কৰিছে
নানা প্ৰশ্নৰ নানা উত্তৰৰ
বহুতো জল্পনা কল্পনা।
কিন্তু, এয়া কি ?
আৰ্তনাদ!
গগনে পৱনে ৰিঙিয়াই
জাউৰি জাউৰি উঠা আৰ্তনাদ
ক'ৰ পৰা আহিছে ?
কাৰ এই ক্ৰন্দন ?

পাৰাদিপৰ বুকুভঙা কলৰৱ
মানৱতাৰ ৰুদ্ধ দীৰ্ঘশ্বাস।
জ্বলিছে চৌদিশ ছানি
জ্বলিব লাগিছে
অগ্নিশিখাৰ
লেলিহান গগনচুম্বী ফণা
সাগৰৰ বুকুত ঢৌৱে-ঢৌৱে
পৰ্বত আকাৰ কৰি
প্ৰলয়ৰ ভূমা অৰিহণা
মাতৃহাৰা পিতৃহাৰা শিশুৰ ক্ৰন্দন
পতি-পত্নী পুত্ৰহাৰাৰ আস্ফালন
মাতৃ বক্ষস্থল ভেদি
শিশু সন্তানৰ কৰিছে দাহন
এয়াযে এক দুৰ্বোধ্য প্ৰহসন
অসহায় শত শত নৰ-নাৰী
জ্বলন্ত অগ্নিত দিছে বলিদান
ধৰ্মক্ষেত্ৰ কৰ্মক্ষেত্ৰ পাৰাদিপ
হ'ল আজি বীভৎস শ্মশান।

তাণ্ডৱ ধুমুহাৰ লাহে লাহে
অৱসান হ'ল
কদৰ্য কুকৰ্মৰ কীৰ্তি কিন্তু
যুগমীয়া হই ৰ'ল ।
এয়া জানো কৰ্মৰত
পাৰাদিপ স্থান !
ঘনে ঘনে ভ্ৰম হয়
এয়া যেন এক মহান শ্মশান।

পচিশ ডিচেম্বৰৰ নিশা আঠ বজাত কটক অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত হ'ল আইন সাহায্য পৰিযোজনাৰ ওপৰত যুগুতোৱা ন্যায়াধীশ পাঠকৰ প্ৰৱন্ধ-মানৱ সভ্যতাৰ আৰম্ভনীৰ পৰাই প্ৰতিজন ব্যক্তিকে সম-দৃষ্টিৰে ন্যায় প্ৰদান কৰাটো ন্যায়-পালিকাসকলৰ কৰ্তব্য। প্ৰাচীন কালত ভাৰতবৰ্ষৰ আইন বিশেষজ্ঞ মনুৱে কৈছিল-

'তস্মাদ্ যম ইব স্বামী স্বয়ং হিত্ব প্ৰিয়া প্ৰিয়ে ।

বৰ্ত্তেত যম্যয়া বৃত্ত্যা জিতক্ৰোধো জিতেন্দ্ৰিয়ঃ ॥

—— মনুসংহিতা,(৮ম অধ্যায় - ১৭৩)

যমৰাজে যেনেদৰে কোনো ভেদাভেদ নাৰাখি সকলোকে সমভাবে বিচাৰ কৰে কিম্বা নিজৰ ক্ৰোধ দমন কৰি আত্ম-নিয়ন্ত্ৰণৰ দ্বাৰা পৰিচালিত হয় তেনেদৰেই ৰজা বা ধৰ্মব্ৰতাৰসকলেও আচৰণ কৰা যুগুত।

উপনিষধত আছে— আইন ৰজাৰো ওপৰত, ৰজাতকৈও বেছি দৃঢ় আৰু শক্তিশালী; আইনৰ উৰ্ধত কোনো নাই ; ৰজাতকৈও আইন শক্তিশালী ; আইনৰ সন্মুখত দুৰ্বল লোকো সবলৰ আগত বৰ্তী থাকে।

প্ৰাচ্যততো আইনৰ চকুত যে সকলো ব্যক্তিয়ে সমানে ন্যায় বিচাৰ পাব লাগে, সেয়ে প্ৰচলিত। বাৰশ খৃষ্টাব্দত প্ৰখ্যাত মেগনাকাৰ্ত্তা চনদত উল্লেখ আছে— 'কোনো ব্যক্তিকে ন্যায় বিচাৰৰ পৰা নুই কৰিব নোৱাৰি,ন্যায় কোনো ব্যক্তিকে পণ্য-দ্ৰব্যৰ দৰে বেচিবও নোৱাৰি,কিম্বা পলম হোৱাটোও বাঞ্চনীয় নহয়।''

পৃথিৱীৰ ৰাষ্ট্ৰসমূহৰ আজি এইটোৱেই লক্ষ্য হোৱা আৱশ্যক যে-কৌটি কৌটি জনগণৰ পৰা দৰিদ্ৰতা আৰু অজ্ঞতা দূৰ কৰি সকলোকে সুখ প্ৰদানেৰে প্ৰতিগৰাকী ব্যক্তিৰ চকুপানী মচি পেলোৱা।

উনৈশ শ চৌচল্লিশ খৃষ্টাব্দত ইংলেণ্ডত দৰিদ্ৰ লোকলৈ আইন সাহায্য শীৰ্ষক এখন সমিতিয়ে সকলোবোৰ খুটি-নাটি অধ্যয়ণ কৰি এক প্ৰতিবেদন দাখিল কৰিছিল।এই ক্ষেত্ৰত বিশ্বত সেয়েই প্ৰথম পদক্ষেপ।

ভাৰতবৰ্ষতো প্ৰায় একে সময়তে অৰ্থাৎ উনৈশ শ উনপঞ্চাশ খৃষ্টাব্দত ন্যায়াধীশ

এন, এইচ ভাগৱতীৰ অধ্যক্ষতাত বোম্বে উচ্চ-ন্যায়ালয়ত এখন সমিতি গঠন হয়। সমিতিখনে সমাজৰ পিছপৰা শ্ৰেণীৰ বাবে দেৱানী আৰু ফৌজদাৰী আদালতবোৰত নিম্ন আয়ৰ লোকৰ বাবে আইন সাহাৰ্য প্ৰদানৰ ক্ষেত্ৰত দিহা-পৰামৰ্শ আগবঢ়ায়।সেই একে বছৰতে বঙ্গদেশতো মুখ্য ন্যায়াধীশ চ্যাৰ আৰ্থাৰ ট্ৰেভ'ৰ হাৰিচ'ৰ অধ্যক্ষতাত আন এখন সমিতি গঠন কৰা হয়।আচলতে সেই সময়ৰ পৰাই বিষয়তো বিতৰ্কমূলক হৈ পৰে আৰু বিত্তীয় সুবিধাৰ বাবে প্ৰাদেশিক চৰকাৰসমূহেও বিষয়তো আজিলৈকে কাৰ্য্যকৰী কৰি তুলিব পৰা নাই। ভাৰতীয় ল কমিচনৰ চৌদ্ধতম ৰিপৰ্টত দৰিদ্ৰ লোকলৈ আইন সাহাৰ্যৰ বিষয়ে স্পষ্ট উল্লেখ আছে।

উনৈশ শ বাসত্তৰ খৃষ্টাব্দত ন্যায়াধীশ ভি,আৰ,কৃষ্ণআয়াৰৰ অধ্যক্ষতাত আন এটা সমিতি গঠন কৰা হয়-সমাজৰ দুৰ্বল শ্ৰেণীটোক আইন সাহাৰ্য প্ৰদানৰ ক্ষেত্ৰত। উনৈশ শ ছয়সত্তৰ খৃষ্টাব্দত ন্যায়াধীশ পি,এন,ভাগৱতীৰ অধ্যক্ষতাত আৰু এটা সমিতি গঠন কৰা হয়। উক্ত সমিতিয়ে উনৈশ শ সাতসত্তৰ খৃষ্টাব্দত 'ৰিপৰ্ট অন নেচনেল জুৰিডিকেয়াৰ ঃ ইকুৱেল জাচ্‌টিচ চ'চিয়েল জাচ্‌টিচ' নামৰ এটা ৰিপৰ্ট চৰকাৰক দাখিল কৰে।

উৰিষ্যা ৰাজ্যত বহুতো দুখীয়া খেতিয়ক আছে।তাৰ মাজত বহু সংখ্যক আদিবাসী লোকো আছে— যিসকল নিৰক্ষৰ আৰু দৰিদ্ৰ সীমাৰেখাৰ বহু তলত বাস কৰি আছে। গতিকে, আইন সাহাৰ্য এই ৰাজ্যত প্ৰয়োগ কৰাতো আৱশ্যকীয়।অৱশ্যে উনৈশ শ' একাশী খৃষ্টাব্দৰ পৰা উৰিষ্যা ৰাজ্যত আইন সাহাৰ্য প্ৰদান কৰা হৈছে যদিও তাৰ গতি বৰ লেহেম..................।

সদৌ শেষত জ'জ লাৰ্নড হেণ্ডৰ কথাৰে ন্যায়াধীশ পাঠকে তেখেতৰ ভাষণ সমাপ্ত কৰে-"আমি যদি গণতন্ত্ৰ জীয়াই ৰাখিব বিচাৰো,তাৰ বাবে এক আদেশ মানিব লাগিব ঃ তুমি ন্যায়ক নিয়ন্ত্ৰণ কৰি ৰাখিব নোৱাৰিবা ।"

ন্যায়াধীশ পাঠকৰ তত্ব গধুৰ ভাষণটো ইথাৰ মাধ্যমৰ জৰিয়তে যেতিয়া গোটেই উৰিষ্যা ৰাজ্যত বিয়পি পৰিল, তেতিয়া দৰিদ্ৰ সীমা ৰেখাৰ তলত বাস কৰা নিৰক্ষৰ জনগণৰ কাণত হয়তো সেই সাৰুৱা কথাখিনি গৈ পৰা নাই, যিখিনি ভাৰতীয় নাগৰিক হিচাপে তেওঁলোকে জনাৰ বেছি আৱশ্যক।

তেনেবোৰ কথা চিন্তা কৰিয়েই হয়তো তেওঁ কটক চহৰৰ লায়নচ ক্লাবৰ সভা এখনত বিশিষ্ট বক্তা হিচাপে ভাষণ দিওঁতে ব্যক্ত কৰে— "পৃথিৱীখনত ইমানবোৰ জন-কল্যাণমূলক অনুষ্ঠানে কাম কৰি থকা স্বত্বেও আমি শান্তি বিচাৰি পাইছোনে ? তেনে ক্ষেত্ৰত অনুষ্ঠানবোৰৰ ইমানবোৰ কাৰ্য্য– ক্ৰমণিকাৰ আৱশ্যাক ক'ত?মোৰ অন্তৰত বহুদিনৰে পৰা এনেবোৰ ভাৱৰ বুৰ্-বুৰণি উঠি আছে।

আমাৰ সকলোৰে হৃদয়ত মানৱতাৰ প্ৰতি সুপ্ত হৈ থকা ভাববোৰ সম্ভৱত অনবৰতে ক্ৰিয়া কৰি থাকে ।.....................।কাৰোবাৰ বাবে অকন কাম কৰি দিব পাৰিলে আমি মনটোত সান্ত্বনা লভো।পিচে,সঁচা অৰ্থত মানুহক সহায় কৰিব পাৰিছোনে? বিশ্ব-ব্ৰহ্মাণ্ডত আমিয়েতো শ্ৰেষ্ঠ জীৱ।বিনম্ৰ ভাবে মই ক'ব বিচাৰিছো-আমি মাথো মানুহৰ বাবে কামহে কৰি যাব পাৰো।কাকো সহায় কৰিম বুলি আচলতে কৰিব নোৱাৰো।কাম কৰি যোৱা মানে আচলতে কোনো প্ৰতিদান নিবিচাৰাকৈ সেৱা কৰি যোৱাটোকে সূচায়।.....................।"

কটক চহৰৰ বাসভৱনত প্ৰায়ে কটক অনাতাঁৰ কেন্দ্ৰৰ সঞ্চালক শ্যামানন্দ বৈশ্য, তেওঁৰ পৰিবাৰ মলায়া, সন্তানদ্বয় দীপ আৰু নন্দিতা, ন্যায়াধীশ ৰংগনাথ মিশ্ৰৰ বৰ-পুত্ৰ দেবানন্দ মিশ্ৰ, সহপাঠী বিজয় কুমাৰ বেহুৰা, উদ্যোগপতি টিবাৰেৱাল, উৰিষ্যা উচ্চ-ন্যায়ালয়ৰ আন আন ন্যায়াধীশসকলে মাজে সময়ে আহি ন্যায়াধীশ পাঠকৰ খা-খবৰ লৈ তেওঁৰ সুখ-দুখৰ সংগ দিয়েহি।

মাজে সময়ে ন্যায়াধীশ পাঠকে কাৰাগাৰসমূহ পৰিদৰ্শন কৰিবলৈও যায়।কাৰাগাৰৰ বন্দীসকলৰ থকা-খোৱা ব্যৱস্থাপনাবোৰ পৰিদৰ্শন কৰি বিষয়াসকলক দিহা-পৰামৰ্শ দিয়ে।

উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ জানুৱাৰী মাহৰ বাৰ তাৰিখে কটকৰ বাৰাৱতি ষ্টেডিয়ামত অনুষ্ঠিত ডুলীপ ট্ৰফী খেলখন ন্যায়াধীশ পাঠকে মুকলি কৰে।

ভাৰতবৰ্ষৰ বহুতো আইনজ্ঞৰ উপৰিও নানান দেশৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন ব্যক্তিৰ লগতো ন্যায়াধীশ পাঠকে আইনৰ বিভিন্ন দিশত আলোচনা আৰু যোগাযোগ অব্যাহত ৰাখে।ইংলেণ্ডৰ কেম্ব্ৰীজ বিশ্ব-বিদ্যালয়ৰ পৰা উৰিষ্যালৈকে অহা লেডী হুকচ্‌লেইৰ লগত চৌবিশ জানুৱাৰীত হিন্দু ল' বিষয়ত তেওঁ বহু সময় ধৰি আলোচনা কৰে।

তেৰ ফেব্ৰুৱাৰীৰ দিনা বৰহমপুৰলৈ যাওঁতে হঠাতে বিমানকোঠত লগ পালে বিজয়ানন্দ (বিজু) পাটনায়ক আৰু ৰাম জেঠ মালানিক। বিমানখন এঘন্টা পলম হোৱাত আইন সাহায্যৰ বিষয়ত তেখেতসকলৰ মাজত আলোচনা চলে।

উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ সোতৰ ফেব্ৰুৱাৰীত অসম আৰু মেঘালয়ৰ ৰাজ্যপাল প্ৰকাশ মেহেৰোত্ৰাই গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ আইন সংগ্ৰাহলয়টো উদ্বোধন কৰে। সেই অনুষ্ঠানত গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ প্ৰাক্তন মুখ্য ন্যায়াধীশসকল শৰৎ কুমাৰ দত্ত, মহেন্দ্ৰ চন্দ্ৰ পাঠক, ডম্বৰুধৰ পাঠক আৰু ন্যায়াধীশ ভোলা নাথ শৰ্মা আমন্ত্ৰিত হয়। সেই প্ৰসঙ্গত ন্যায়াধীশ পাঠকে কয়— "আইন সংগ্ৰাহালয় এটাৰ বিশেষ তাৎপৰ্য্য আছে। এনে অনুষ্ঠান এটাই অতীত, বৰ্তমান আৰু ভবিষ্যতক একে ডোলেৰে বান্ধি ৰাখিব পাৰিব।মই আচৰিত যে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ টি, চি মিশ্ৰদেৱে কেনেকৈনো এনে সুন্দৰ কথা এটা চিন্তা কৰি কাৰ্য্যত পৰিণত কৰিলে।আইন সংগ্ৰাহালয়টো দিনক-দিনে শক্তিশালী হৈ পৰক, সেয়ে আমি আশা কৰিলো।

পাঁচ মাৰ্চৰ দিনা দিল্লীৰ বিজ্ঞান ভৱনত তৃতীয় আন্তৰ্জাতিক এপেলেট্ জাজৰ সন্মিলনখন উদ্বোধন কৰে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে।আদৰণী ভাষণত ভাৰতৰ মুখ্য ন্যায়াধীশ গৰাকীয়ে উল্লেখ কৰে যে— আন্তৰ্জাতিক এফে লেট্ জাজৰ প্ৰথমখন সন্মিলন উনৈশ শ সাতসত্তৰ খৃষ্টাব্দত মানিলাত অনুষ্ঠিত হয়, দ্বিতীয়খন আশী খৃষ্টাব্দৰ মে' মাহত অষ্ট্ৰেলিয়াত হওঁতে ভাৰতবৰ্ষই তৃতীয়খন আন্তৰ্জাতিক সন্মিলনী পাতিবলৈ ইচ্ছা প্ৰকাশ কৰাৰ ফলস্বৰূপে আমি আজি ইয়াত সমবেত হৈছোহি। পৃথিৱীৰ বিভিন্ন দেশৰ মাননীয় ন্যায়াধীশসকল ইয়াত আহি পাইছেহি,আমি তেখেতসকলক স্বাগতম জনাইছো। কিছুমান দেশৰ মাননীয় ন্যায়াধীশসকল উপস্থিত থাকিব নোৱাৰাৰ বাবে সন্মিলনখন কৃতকাৰ্য্য হবলৈ তেখেতসকলে শুভেচ্ছা বাণী পঠিয়াইছে।.......................।

উদ্বোধন পৰ্বত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে ব্যক্ত কৰে "............মোৰ দেউতা আৰু ককাদেউতা অধিবক্তা আছিল, কিন্তু মই অধিবক্তা নহয়। পিছে, ৰাইজৰ নিৰ্বাচিত সদস্যসকলৰ দলপতি স্বৰূপে মই আইন প্ৰণয়ণ কৰিবলগীয়া হোৱাত আজি ময়ো এই সন্মিলনীখনৰ সৈতে জড়িত হৈ পৰিছো।

আইনৰ প্ৰধান কাম হ'ল-নিৰ্দোষীক ৰক্ষা কৰা আৰু দোষীক শাস্তি দিয়া। ন্যায় বিষয়টো কেৱল যে আইনবিদসকলৰ মাজতেই সীমাবদ্ধ তেনে নহয়। অৱশ্যে ভাৰতবৰ্ষৰ সমাজতন্ত্ৰখন বেলেগ দেশৰ তুলনাত নতুন যদিও দেশ আৰু সভ্যতা হিচাপে অতি প্ৰাচীন।আইন এক অৰ্থত ব্ৰত বা ধৰ্ম। মনুৱে কৈছিল-ন্যায় যদি ভাঙি পৰে সকলো ধ্বংস

হৈ পৰিব।আইনক সংকীৰ্ণতাৰ ঠেক গণ্ডীৰ মাজত ৰাখিব নোৱাৰি। ............নিজ কৰ্ত্তব্য সঠিক মতে সমাপন কৰাটোৱেই সচাঁ অৰ্থত সেৱা।"

তাৰ পাছত বিভিন্ন আলোচনাবোৰ আৰম্ভ হ'ল। 'প্ৰব্লেইম অব্ ষ্ট্ৰাক্চাৰ এণ্ড প্ৰচিডিউৰ' শীৰ্ষক আলোচনাটিৰ অধ্যক্ষ হ'ল— ন্যায়াধীশ ডম্বৰুধৰ পাঠক। সহযোগী অধ্যক্ষ গৰাকী আছিল— অষ্ট্ৰেলিয়া ৰাষ্ট্ৰৰ মুখ্য ন্যায়াধীশ চ্যাৰ হ্যাৰিটালবট গিবচ্।

ভাৰতবৰ্ষৰ উচ্চতম-ন্যায়ালয়ৰ ন্যায়াধীশ ৰঙ্গনাথ মিশ্ৰই লিখা 'প্লুৰেলিটি এণ্ড প্ৰলিস্কিটি অব্ জাজমেণ্ট' আৰু ইটালিৰ উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ গিঅবানী, ই, লনগ'ই লিখা 'দ্যা ৰোল অব্ দ্যা জাজ ইন্ কনটেম্প'ৰেৰী চ'চাইটি নামৰ প্ৰবন্ধ দুটি উল্লেখযোগ্য।

অধ্যক্ষৰ আসনৰ পৰা ন্যায়াধীশ পাঠকে এটি তথ্যভিত্তিপূৰ্ণ মনোগ্ৰাহী ভাষণ দিলে (পৰিশিষ্টত সংযোগ কৰা হৈছে)।

উনৈশ চৌৰাশী খৃষ্টাব্দৰ এঘাৰ মেত ন্যায়াধীশ পাঠক গুৱাহাটীলৈ আহে।সেই সময়তে ভাৰতৰ ৰাষ্ট্ৰপতি জ্ঞানী জেইল সিঙে পাণবজাৰৰ মহেন্দ্ৰ মোহন চৌধুৰী হাচ্পিটালখন উদ্বোধন কৰে।সেই অনুস্থানত ন্যায়াধীশ পাঠক উপস্থিত থাকি বৰ আনন্দিত হ'ল,কাৰণ প্ৰয়াত চৌধুৰীদেৱক তেওঁ সৰুৰে পৰাই জানে। দুয়োগৰাকী বৰপেটা-নগাঁওৰ একেখন গাঁওৰে লোক।

সদৌ অসম গ্ৰামীন সাতোঁৰ প্ৰতিযোগিতাৰ বাবে গুৱাহাটী নেহেৰু ষ্টেডিয়ামত বিশিষ্ট অতিথি হিচাপে আহি সাতোঁৰ খেলৰ বিষয়ে এক মনোমোহা বক্তৃতা দি ন্যয়াধীশ পাঠকে বৰপেটা অভিমুখে যাত্ৰা কৰে।যাত্ৰাপৰত নিজ গাঁওৰ সকলোৰে খা-খবৰ লৈ এনিশা বৰপেটাত কটাই তেখেতে কীৰ্ত্তন ঘৰত সেৱা কৰি উভটিল। উভটোতে যৌৱনৰ মধুৰ স্মৃতিয়ে কিছু সময়ৰ বাবে তেওঁক আনমনা কৰি তুলিলে। বৰপেটাৰ নাওঁখেলৰ কথাবোৰো তেওঁৰ স্মৃতিপটত ভাঁহি উঠিল!

ষোল্ল জুনত তেওঁ পুনৰ আহি কটক পালেহি। বিশ জুনৰ দিনা ৰাতিপুৱা উৰিষ্যা ৰাজ্যৰ নতুন ৰাজ্যপাল বি,এন,পাণ্ডেক তেওঁ শপত বাক্য পাঠ কৰোৱায়।

ৰথযাত্ৰা উৎসৱে উৰিষ্যা বাসীক প্ৰতি বছৰে নতুন আশা আৰু উদ্যম দিয়ে। ত্ৰিশ জুনত ৰথযাত্ৰা উৎসৱ উপভোগ কৰাৰ উদ্দেশ্যে ন্যায়াধীশ পাঠক কটকৰ পৰা পুৰী

পালেহি। তেখেতসকলক পুৰীৰ জগন্নাথ মঠৰ মহন্ত শ্ৰীনিৱাস মহাৰাজে আদৰণী জনালেহি। সিংহদ্বাৰৰ সন্মুখত তিনিখন ৰথ উত্তৰমুৱা কৰি সন্মুখত গুৰুস্বৰূপ বলভদ্ৰৰ ৰথ, মাজত ভনীয়েক মায়াৰ প্ৰতীক সুভদ্ৰাৰ ৰথ, শেষত বৈকুণ্ঠ ধামৰ নিৰাপত্তাৰ প্ৰতীক স্বৰূপ জগন্নাথৰ ৰথখন সজাই বেদ-দণ্ডৰ ওপৰত বহুৱা হৈছে।

জগন্নাথৰ ৰথখন পঞ্চলিশ ফুট ওখ আৰু ষোল্লটা চকা আছে। প্ৰতিটো চকাতে ষোল্লডালকৈ শলা আছে। ষোল্ল চকাক ষোল্ল কলাৰ লগত তুলনা কৰা হয়। এইখন ৰথৰ নাম গৰুড়ধ্বজ বা নন্দীঘোষ। ৰথখনৰ ওপৰ চোৱা ৰঙা আৰু হালধীয়া ৰঙৰ। ৰথখনত মদন মোহনৰ মূৰ্তি ৰখা হৈছে।

ন্যায়াধীশ পাঠকৰ ওচৰৰ আসনত বহা ন্যায়াধীশ ৰংগনাথ মিশ্ৰই মাজৰ ৰথখনৰ বিষয়ে তেওঁক কলে— মাজৰ সুভদ্ৰাৰ ৰথখন তিয়াল্লিশ ফুট ওখ। এখনত বাৰটা চকা আছে আৰু প্ৰতিটো চকাতে বাৰডাল শলা আছে। এই বাৰ চকাক বাৰ মাহৰ লগত তুলনা কৰা হয়। এই ৰথক পদ্মধ্বজ বুলিও কোৱা হয়। ওপৰচোৱা ৰঙা আৰু ক'লা ৰঙৰ। সুভদ্ৰাৰ মূৰ্তিৰ কাষতে সুদৰ্শন বিৰাজমান।বলভদ্ৰৰ ৰথখনৰ উচ্চতা চৌচল্লিশ ফুট ৰথখনত চৈধ্যটা চকা আৰু প্ৰতিটো চকাতে চৌধ্যডালকৈ শলা আছে।ৰথখনক তালধ্বজ বুলি জনা যায়। এই ৰথৰ চাৰিটা কাঠৰ ঘোঁৰাক চাৰিখন বেদৰ লগত তুলনা কৰা যায়। ওপৰডোখৰ ৰঙা আৰু নীলা ৰঙেৰে বোলোৱা। ৰথত ৰাধা আৰু কৃষ্ণৰ দুটি সৰু মূৰ্তিও আছে।

ৰথসমূহৰ নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ কৰা হয় প্ৰতি বছৰৰ তৃতীয়া তিথিৰ দিনা।

ৰথযাত্ৰা উৎসৱত দুই লাখৰো ওপৰ ভক্তবৃন্দৰ সমাৱেশ ঘটিছে। ৰাজপথ, সৰু সৰু বাট-পথ, দেৱাল, ওখ পকী দালানৰ ছাদ, ওখ বৃষবোৰ ভক্তবৃন্দৰে ভৰি পৰিছে। হাজাৰ-বিজাৰ আৰক্ষীয়ে সকলোবোৰ তদাৰক কৰাৰ চেষ্টাত ব্যস্ত। ভক্তবৃন্দৰ সৈতে আৰক্ষীয়েও শৃঙ্খলাবদ্ধতাৰে ৰথযাত্ৰাত অংশ গ্ৰহণ কৰিছে। ভালেমান বিদেশী লোকে টেলি লেন্স লগোৱা কেমেৰা, ম'ভি কেমেৰালৈ অহৰ্নিশে ফ'টো তুলি আছে। ভলন্টিয়াৰ আৰু পাণ্ডাসকলে ভক্তবৃন্দক খোৱা পানীৰ যোগান ধৰিছে।তাৰোপৰি প্ৰচণ্ড গৰমৰ পৰা পৰিত্ৰাণ পাবলৈ ভ'লন্টিয়াৰসকলে সমাগত ৰাইজৰ মুখলৈ চেঁচা পানী চটিয়াইছে।বতৰটো ডাৱৰীয়া যদিও বৰষুণৰ টোপাল তেতিয়ালৈকে পৰা নাই।দুই চাৰিজন ভক্ত মূৰ্চাহ যোৱাত ভলন্টিয়াৰসকলে তৎকালিন সাহায্য প্ৰদান কৰি আছে।

ৰথ যাত্ৰাৰ সময় হ'লহি। পূৰ্বৰ পৰম্পৰা অনুসৰি জগন্নাথক ভোগ আগবঢ়োৱাৰ পিছত দৈত্যাসকলে ৰত্নবেদীৰ পৰা বিগ্ৰহ তিনিটি নমাই আনি ৰথত তুলিলে। দৈত্যাসকলৰ সৈতে মন্দিৰৰ পুৰোহিতেও বিগ্ৰহ ধৰিলে। কাৰণ, জগন্নাথ ধামত উচ্চ-নীচ, জাত-পাতৰ বিচাৰ কৰা নহয়। ধনী দুখীয়াৰো বৈষম্য নাই। বিগ্ৰহবোৰ আনোতে মাত্ৰ এটা ঢোল আৰু এটা ঘন্টা ধ্বনিত হৈছে— আন একো বাদ্য-যন্ত্ৰ বজোৱা নাই— এয়েই পৰম্পৰা।

তাৰ পাছত এধাৰী মালা মন্দিৰৰ ফালৰ পৰা গজপতি ৰাজবংশৰ বংশধৰলৈ পঠিয়াই দি তেখেতক আমন্ত্ৰণ জনোৱা হয়। তেখেত পাল্‌কি এখনত উঠি আহে। পাল্‌কি খনক 'মেহিন্দ' বুলি জনা যায়। আগে আগে এটা সু-সজ্জিত হাতীও অনা হৈছে। এনেতে জগন্নাথ ধামৰ প্ৰধান পুৰোহিতজনে শ্লোক পাঠ কৰি ৰজাৰ সৈতে ৰথৰ ফালে আগুৱাই আহিছে। এজনে কাহালি গাই গাই দুয়োৰে আগে আগে গৈ আছে ।ৰজাই চন্দন আৰু পানীৰে বিগ্ৰহবোৰ ধুই-পখালি দিলে। এই প্ৰথাক 'চেৰা পানহাৰা' বোলা হয়। নাৰিকলৰ পাত সোণৰ আঙুঠিত ভৰাই লোৱা চোঁৱৰেৰে ঠাই সাৰি লোৱা হয়।

এই বছৰ সুদৰ্শন বাহিৰ উলিওৱা সময় নিৰ্ধাৰণ কৰা হ'ল পুৱা ন বাজি পঞ্চলিশ মিনিটত। পাহান্দি বিজে কৰা হৈছে-বাৰটাত। এক বাজি পয়ত্ৰিশ মিনিটত গজপতি মহাৰজাই চেৰা-পানহাৰা কাৰ্য্য সমাধা কৰে। দুটা বাজি পঞ্চাশ মিনিটত বলভদ্ৰৰ ৰথখন লাহে লাহে যাত্ৰা কৰে। বিয়লি চাৰিটা পোন্ধৰত সুভদ্ৰাৰ ৰথখন আৰু চাৰিটা পচপন্নত জগন্নাথৰ ৰথ ঘুনুচা মন্দিৰৰ দিশে অগ্ৰসৰ হয়। ঘৰ্ ঘৰ্ শব্দেৰে মন্থৰ গতিত ৰথ আগবাঢ়ে।উৰিয়া লোক কথাত আছে-

"সনে সনে ৰথ নিয়ো
ৰথ স্নে হেতু চক্ৰানাং।"

ৰথখন লাহে লাহে টানিব লাগে, ৰথে বিশ্ব প্ৰেমৰ সৃষ্টি কৰে।

উৰিয়া লোককথাত আৰু আছে— জগন্নাথ মহাপ্ৰভুক শ্ৰীকৃষ্ণ অৱতাৰত এজন শ'বৰ জাতিৰ লোকে প্ৰাৰ্থনা কৰিছিল। তেওঁৰ নাম আছিল-বিশ্ব বসু। এখন ঘোৰ অৰন্যাত তেওঁ বাস কৰিছিল যদিও আচলতে ক'ত আছিল,সেই কথা কোনেও নাজানিছিল! এবাৰ মহাৰাজ গজপতিয়ে সপোনত শুনিলে- "তুমি মোক অৰন্যাথনলৈ গৈ পূজা কৰা।" ৰজাই প্ৰধান পুৰোহিতজনক মূৰ্তি উদ্ধাৰৰ বাবে পঠিয়ালে। বহু কষ্টৰ বিনিময়ত

পুৰোহিতজনে মূৰ্তি থকা ঠাইডোখৰৰ কিছু সন্ভেদ পালে যদিও বিশ্ব বসুৱে কোনোপধ্যেই তাত কাকো সোমাব নিদিলে। কেইদিনমানৰ পিছত পুৰোহিতজনে বিশ্ব বসুৰ কন্যা ললিতাৰ পাণি গ্ৰহণ কৰে। ললিতাই বিগ্ৰহজনা অন্ততঃ এবাৰ গিৰিয়েকক দেখুৱাবলৈ পিতাকক কাতৰ মিনতি কৰিলে।জীয়েকৰ মিনতিত বিশ্ববসু অৱশেষত এটা স্বৰ্তত মান্তি হ'ল।স্বৰ্ত্তটো হ'ল-জোৱায়েকৰ চকুত কাপোৰ বান্ধি গন্তব্য স্থানলৈ তেওঁ লৈ যাব যাতে জোৱায়েকেও পথৰ সন্ধান নাপায়। পিছে, ললিতাই গিৰিয়েকক বুদ্ধি এটা শিকাই দিলে- যাত্ৰাৰ সময়ত কেইটামান সৰিয়হৰ গুটি লগত নি পথৰ দাঁতিয়ে দাঁতিয়ে পেলাই যাব। বৰষুণ দিয়াৰ পিছত গুটিবোৰ গজি উঠিলে তেওঁ পথৰ সন্ধান পাব!

ললিতাৰ বুদ্ধিমতে পুৰোহিতে বিগ্ৰহ অনাত সফল হ'ল। পিছত দৈৱবাণীত ৰজাই হেনো শুনিলে : 'কৃষ্ণৰ মূৰ্তিতো কাঠেৰে নিৰ্মাণ কৰিব লাগিব! পিছত সেই কামৰ বাবে এজন বৃদ্ধ বাঢ়ৈ আগবাঢ়ি আহিল যদিও তেওঁ এটা স্বৰ্ত্ত আৰোপ কৰিলে। স্বৰ্ত্ততো হ'ল— তেওঁৰ কাম সমাধা নোহোৱালৈকে মন্দিৰৰ দুৱাৰ কোনেও খুলিব নোৱাৰিব। বাঢ়ৈজনক যথেষ্ট বয়সস্থ আৰু দুৰ্বল যেন দেখা গৈছিল। বাঢ়ৈজনৰ স্বৰ্ত্তত ৰজা সৈমান হ'ল আৰু কেইদিনমানৰ ভিতৰতে কাম আৰম্ভ হ'ল। কিছুদিনলৈ মন্দিৰৰ ভিতৰত কাঠৰ কাম কৰি থকা বাবে বাহিৰৰ পৰা টুং-টাং শব্দ শুনা গ'ল। ৰজাই প্ৰতিদিনে মন্দিৰ প্ৰাঙ্গণলৈ আহি সেই শব্দৰ বুজ লয়হি। কেইদিনমানৰ পিছত ৰজা-ৰাণী দুয়ো আহি মন্দিৰৰ বাহিৰত বহু সময় অপেক্ষা কৰিও কোনো শব্দ শুনিবলৈ নোপোৱাত কৌতুহলবশত মন্দিৰৰ দুৱাৰখন ভাঙিবলৈ আদেশ দিলে। দুৱাৰখন খোল খোৱাত দেখিলে: বাঢ়ৈজন অন্তৰ্ধান হ'ল আৰু মূৰ্তিও অৰ্ধনিৰ্মিত অৱস্থাতে আছে! সেই মুহূৰ্তত পুনৰ দৈৱবাণী শুনা গ'ল : "তুমি তোমাৰ প্ৰতিজ্ঞা ৰাখিব নোৱাৰিলা আৰু এতিয়া তুমি মোক এই ৰূপতে আৰধনা কৰা।" তেতিয়াৰ পৰাই এই অৰ্ধ-নিৰ্মিত বিগ্ৰহৰ পূজা চলি আছে। ভগৱানে ৰজা-ৰাণীৰ ভক্তিত সন্তুষ্ট হৈ কি বৰ লাগে সুধিলে।সমিধানত ৰজা-ৰাণী দুয়োৱে ক'লে— তেওঁলোক দুয়োৰে মৃত্যুৰ পাছত, তেওঁলোকৰ কীৰ্ত্তি বখানিবলৈ বংশত যেন ভৱিষ্যতে কোনোৱেই নাথাকে! ইচ্ছা অনুসৰি তেওঁলোকৰ কোনো পুত্ৰ-সন্তান নোহোৱা বাবে প্ৰভু জগন্নাথে শ্ৰাদ্ধ-কাৰ্য্য সম্পন্ন কৰে।

পিচদিনা পুৰা কটকলৈ ফিৰি যোৱাৰ আগমুহূৰ্তত ন্যায়াধীশ পাঠকে পুৰী ধামৰ অসম পাণ্ডা শ্যাম সুন্দৰ মহাপাত্ৰদেৱক লগ ধৰে। মহাপাত্ৰ পৰিয়ালে শ্ৰীশঙ্কৰদেৱ

সংস্কৃতি সমাজলৈ পুৰী চহৰৰ মাটি এডোখৰ দান স্বৰূপে আগবঢ়াইছিল। আচলতে জমিডোখৰ শ্যাম সুন্দৰ মহাপাত্ৰদেৱৰ খুড়াক গোপাল কৃষ্ণই দান কৰা। শ্ৰীশঙ্কৰদেৱ সাংস্কৃতিক সমাজৰ কিছু কৰ্মকৰ্ত্তা পুৰীলৈ আহিবলগীয়া খবৰটো তেওঁ অসম পাণ্ডাক জনালে। অহা জুলাই মাহৰ যোল্লৰ পৰা ওঠৰ তাৰিখলৈ শ্ৰীশঙ্কৰদেৱ সাংস্কৃতিক সমাজৰ পুৰীত এটি অনুষ্ঠান হ'ব।

ওঠৰ জুলাইৰ দিনা পুৱাই শ্ৰীশংকৰদেৱ সাংস্কৃতি সমাজৰ অসমৰ পৰা গৈ পোৱা প্ৰতিনিধিসকলে প্ৰভাত ফেৰী কৰি জগন্নাথ মন্দিৰলৈ যায়। শ্ৰীশংকৰদেৱ সাংস্কৃতি সমাজৰ সভাপতি ডা° বীৰেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে ভাগৱতখন শিৰত লৈ প্ৰভু জগন্নাথৰ পাদস্পৰ্শ কৰোৱাই নামঘৰত উৎকণ্ঠাৰে ৰৈ থকা প্ৰেমকান্ত মহন্ত আতৈক অৰ্পন কৰিলে। মহন্ত আতৈয়ে ভাগৱতখন গ্ৰহণ কৰি উচ্চাৰণ কৰিলে :

কৃষ্ণ হৰি কৃষ্ণ হৰি ৰাম,ৰাম,ৰাম।
শঙ্কৰ-মাধৱক কৰাহো প্ৰণাম॥

বিয়লি আয়োজন কৰা মুকলি সভাত উৰিষ্যা ৰাজ্যৰ মুখ্য-মন্ত্ৰী জানাকী বল্লভ পটনায়ক, প্ৰাক্তন মুখ্য-মন্ত্ৰী এইচ,কে মেহতাব, বিশিষ্ট অতিথি গঙ্গাধৰ মহাপাত্ৰদেৱ আৰু বহুতো গণ্যমান্য ব্যক্তি উপস্থিত হয়। সেই মুকলি সভাত ন্যায়াধীশ পাঠকে ইংৰাজীতে এটি মনোমোহা ভাষণ দিয়ে।

উনৈশ শ ষাঠি খৃষ্টাব্দত অসমৰ মুখ্য মন্ত্ৰী বিমলা প্ৰাসাদ চলিহাদেৱে পঞ্চাশ হাজাৰ টকাৰ এক অনুদান অসম চৰকাৰৰ ফালৰ পৰা মুকলি কৰি দিয়ে।উৰিষ্যাৰ মুখ্যমন্ত্ৰী বিজু পাটনায়কে বংঙ্গোপ সাগৰৰ পাৰৰ সোণাৰ গৌৰাংগ নামৰ ঠাইত জমি এডোখৰ লিজত দিয়ে। আন এডোখৰ জমি এটি গৃহৰে সৈতে শ্ৰীশঙ্কৰদেৱ সাংস্কৃতি সমাজে ক্ৰয় কৰে। উল্লেখ কৰা মতে অসম পাণ্ডাইয়ো চাৰি কঠা জমি লোকনাথ পথত দান দিয়ে। পিছত শ্ৰীশঙ্কৰদেৱ সাংস্কৃতি সমাজৰ কাম-কাজ স্থবিৰ হৈ পৰাত তিনিওডোখৰ জমিতে বেদখল আৰম্ভ হ'ল।

ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ আপ্ৰাণ চেষ্টাত সকলোবোৰ বেদখল আঁতৰাই তিনিওডোখৰ জমি পুনৰ চমজি লোৱা হ'ল। সাগৰ তীৰৰ জমি দুডোখৰ মাছ-মৰীয়াসকলৰ

বেদখলৰ পৰা মুক্ত কৰি পুনৰ বেদখলৰ আশংকা কৰি বিক্ৰি কৰি পেলোৱাৰ প্ৰস্তাৱ গৃহীত হয় আৰু সংগৃহীত ধনেৰে লোকনাথ পথৰ জমিডোখৰত পকী দেৱাল আৰু লোৰ জপনা দিয়া হয়। অদূৰ ভৱিষ্যতে অসমীয়া আৰু উৰিয়া ভাষাৰ ধৰ্মমূলক পুথিৰ সংকলনৰে এটি পুথিভঁৰাল তথা অধ্যয়ণ কেন্দ্ৰ আৰু যাত্ৰী-নিৱাস আদি নিৰ্মাণৰ পৰিকল্পনা হাতত লোৱা হৈছে। পৰৱৰ্ত্তী কালত সৰ্বসন্মতি ক্ৰমে ন্যায়াধীশ ডম্বৰুধৰ পাঠকক সভাপতি হিচাপে লৈ এক নতুন কেন্দ্ৰীয় সমিতি গঠন কৰা হয়। এই সমিতিৰ কাৰ্য্যকালৰ ভিতৰতে ভক্তবৃন্দৰ সহযোগত এটি বিতোপন নামঘৰ নিৰ্মাণ কৰা হয়। বৰপেটা সত্ৰত নিৰ্মাণ কৰা আকৰ্ষণীয় সিংহাসনত গুৰু আসন প্ৰতিষ্ঠা কৰা হৈছে। এগৰাকী আতৈয়ে তাত প্ৰতিদিনে প্ৰসঙ্গ কৰে।

উক্ত অনুষ্ঠানটোৰ সৰ্বময় উন্নতিৰ ক্ষত্ৰত ন্যায়াধীশ ডম্বৰুধৰ পাঠকৰ অৱদানৰ কথা উল্লেখনীয়।

কিল্লা-ফোৰ্টৰ বিশাল ঘৰটোত যদিও ন্যায়াধীশ পাঠক অকলশৰীয়া তথাপি ৰাতিপুৱা চাৰি বজাৰ পৰাই তেওঁৰ দৈনন্দিন কাৰ্য্যাৱলী আৰম্ভ হয়। অভ্যাগতসকল, বিভিন্ন মোকৰ্দ্দমা,ৰাজাখনৰ আইন সম্পৰ্কীয় নানান সমস্যা আদি। কিল্লা-ফোৰ্টৰ ওচৰৰে বৈ যোৱা মহানদীৰ পাৰে পাৰে প্ৰতি দিনে তেখেতে প্ৰাত:ভ্ৰমণ কৰে। আজিও প্ৰাত:ভ্ৰমণ কৰি আহি তেওঁৰ মনতোত বহু কথা জুমুৰি দি উঠাত তেওঁ এটি কবিতা লিখিলে-

## মহানদীৰ খেদ

যুগ যুগ ধৰি
সত্য দ্বাপৰ কলিঙ্গ
প্ৰত্যাক্ষদৰ্শী হই
কলিঙ্গৰ বুকু ভৰি
মই মহাবাহু মহানদী।
চিৰন্তন আছো বই
বিস্তৃত উৎকল ছানি
জন কল্যানৰ প্ৰতীক
মই সিংহ নিনাদী॥

যাদুঘৰ সাজি
মোৰ বুকুৰ মাজত
সুখ্যাত কুখ্যাত ইতিহাসৰ
সযতনে ৰাখিছো খৱৰ।
পাপী আৰু তাপী
শ্ৰদ্ধালু-সবকো
মোৰ বহল বুকুত
        সমানে যাচিছো আদৰ॥
বহু জনতাৰ
        শালীনতা মলিনতা
মোৰ স্ৰোতে স্ৰোতে
        সাগৰত হইছে লীন।
সবাৰে সুখৰ
        ময়ে মন্দাকিনী হই
চিৰন্তন ৰই ৰই
        দেখুৱাম আদৰ্শৰ চিন॥
মোৰ পলসুৱা মৰমেৰে
        পাদভূমি কৰিছো উৰ্ব্বৰা।
ৰত্নগৰ্ভা উৎকল ভূমি
        ধনে ধানে উপচি পৰা॥
মোৰ বুকুৰ তেজকে উজাৰি
        বিজুলিৰ কৰিছো সঞ্চাৰ।
আশাভৰা মানসেৰে মই
        সৰ্বস্ব মোৰ কৰিছো উজাৰ॥
কিন্তু, কিয় শুনো আজি
        ক্ৰন্দনৰ কাণ ফলা বোল
ওচৰে পাজৰে মোৰ
আন্ধাৰত খেপিয়াই ফুৰা

জন প্ৰাণীৰ করুণ বিলাপ।
ক্ষুধাৰ্ত মানৱৰ
এয়া যে তীব্ৰ হাঁহাকাৰ
নগ্ন অৰ্দ্ধ নগ্ন জনতাৰ
সহিব নোৱাৰা এইয়া যে
ব্যথাদায়ী অবুজ প্ৰলাপ॥
কম্পিত জনতাৰ শুনো কলৰব।
চতুৰ্দিশে যেন অশান্ত জনৰব॥
নাই, নাই, একো নাই
শুনো একে ধ্বনি-প্ৰতিধ্বনি।
আছে মাথো নিৰাশা ভৰা
তপ্ত হুমুনিয়াহ চাৰি দিশ ছানি॥
কোনে বাৰু কৰিলে লুন্ঠন
সাধিবলৈ জনতা কল্যান
মই দিয়া অৱদান
কিয় বাৰু হ'ল থান-বান॥
মোৰ মৰমৰ পলসেৰে আৱৰা
উৰ্ব্বৰা উৎকলৰ অমূল্য সম্ভাৰ
কোনে বাৰু কৰিলে শূণ্য ভাণ্ডাৰ
মই তাৰ বিধি বিধি ৰাখিছো আখৰা॥
ৰিক্তহস্ত জনতাৰ দুখৰ দৃশ্য চাই
মোৰ চকুৰ পানী বালি হৈ গ'ল
সেই তাহানিৰ ৰঙৰ উৎসব বিলীন হ'ল
মনে মনে ভাব হয় সকলো যেন দিম উটুৱায়॥

উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ সাতাইশ আগষ্টত ন্যায়াধীশ পাঠক সুন্দৰগড়লৈ মফচলত ওলাল। ক'ৰকেলা তীথা কাৰখানাটো চাবলৈ তেখেতক আমন্ত্ৰণ জনাই এটি বাণী বিচৰাত তেখেতে হাঁহি এটা মাৰি ক'লে— উনৈশ শ পচপন্ন খৃষ্টাব্দত ড° মেঘনাদ সাহা লণ্ডনলৈ যাওঁতে ভাৰতীয় ছাত্ৰসকলে তেওঁক এটি বাণী বিচৰাত তেখেতে কৈছিল-

ছাত্ৰসকল যি উদ্দেশ্যৰে এই ঠাইলৈ আহিছে সেই কামত সফল হবলৈ একনিষ্ঠভাবে লাগিব লাগে।

আজি মোৰ বাণীটো মই আপোনাসৱলৈ অনুৰোধ কৰিলো যে আপোনালোকেও তীখা কাৰখানাটোৰ সৰ্বাগীন উন্নতিৰ বাবে দেহে-কেহে লাগি থাকক।প্লেন্টতো চলাই থকাৰ বাবে সত্যম, শিৱম আৰু সুন্দৰমৰ সূত্ৰ মানি চলিব। শ্ৰমিকৰ সুখ-দুখলৈকো চকু দিবলৈ আপোনালোকক আৱেদন জনালো।

তেৰ চেপ্তেম্বৰত তেখেত কটকৰ পৰা কলিকতালৈ আহিল। গুৱাহাটীৰ পৰা অহা পত্নী মনোমতীক আগবঢ়াই অনাৰ বাবে। পিছে কলিকতালৈ আহি গম পালে যে পশ্চিম-বঙ্গৰ ৰাজ্যপালৰ দায়িত্বত থকা ন্যায়াধীশ সতীশ চন্দ আৰু পশ্চিম বঙ্গৰ প্ৰাক্তন মুখ্যমন্ত্ৰী তথা প্ৰখ্যাত ব্যাৰিষ্টাৰ সিদ্ধাৰ্থ শঙ্কৰ ৰায় অসুস্থ! বেলিভিউ হাস্পিতালত গৈ দুয়োৰে খবৰ লৈ পিছদিনা পত্নীসহ কটক পালেগৈ।

একৈশ অক্টোবৰৰ দিনা পুনৰ ওলাই আহিল-কৰাপুটলৈ। কৰাপুটৰ ওচৰৰে মুচুকুণ্ড নৈখন উৰিষ্যা আৰু অন্ধ্ৰ প্ৰদেশৰ সীমাৰে বৈ গৈছে। নৈখনৰ আগৰছোৱাৰ নাম চিলেৰু। ডুডুমা নামৰ পাঁচশ পঞ্চাশ ফুট ওখ জল-প্ৰপাত এটা নৈখনৰ বুকুতে সৃষ্টি হৈছে। এই ভ্ৰমণকালত মনোমতীও তেওঁৰ সংগী আছিল।

ভ্ৰমণকালত তেখেত মালকানগিৰি চহৰৰ বাৰ এচো'চিয়েচনত এটা বক্তৃতা দিয়ে- "মালকানগিৰি চহৰখন দণ্ডকাৰণ্যত অৱস্থিত। এই দণ্ডকাৰন্যখন ৰামায়ণৰ যুগৰ ৰাম, সীতা, লক্ষণৰ কাহিনীৰ সৈতে জড়িত। এই ঠাইৰ প্ৰাকৃতিক শোভা দেখি মই মোহিত যদিও ৰাইজৰ দুখ-দুৰ্দশাৰ কথা শুনি মৰ্ম্মাহত হৈ পৰিছো।পৰিসংখ্যাবিদৰ পৰা জানিব পাৰিছো যে-শতকৰা পসত্তৰভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰি আছে। যদিও সমাজতান্ত্ৰিক দেশ এখনৰ নাগৰিকক সাহায্য প্ৰদান কৰাতো এটা চৰকাৰী দায়িত্বৰ গণ্ডীতে পৰে তথাপিও সমাজসেৱক আৰু সমাজ সংগঠক সংস্থাসমূহ আগবাঢ়ি আহি তেখেতসকলক কিছু সাহায্য আগবঢ়ালে মই নথে সুখী হ'ম। তাৰোপৰি দেশৰ প্ৰচলিত ন্যায় প্ৰথাটো যাতে তেওঁলোকৰ জ্ঞাত হয়,তাৰ বাবেও আমি চকু দিব লাগে। দুখীয়া-নিচলা পিছ পৰি থকা মানুহখিনিয়ে দেশখনৰ স্বাধীনতাৰ ফলত লাভ কৰা সম-অধিকাৰ,

ন্যায়ৰ সাংবিধানিক ৰক্ষা-কবচ, ৰাজনৈতিক সামাজিক আৰু অৰ্থনৈতিক সমতাৰ কিছু আভাষ এতিয়ালৈকে পাইছেনে বাৰু ?

উৰিষ্যা ৰাজ্যখন ঘূৰি-পকি মই এটা কথা লক্ষ্য কৰিছো যে-ৰাজ্যখনত দৰিদ্ৰতাই কেৱল মূল সমস্যা হৈ থকা নাই, নিৰক্ষৰতাও আন এক প্ৰধান সমস্যা হৈ আছে। ইফালে চৰকাৰখনো অৰ্থনৈতিকভাবে সিমান টনকিয়াল নহয়।তেনেক্ষেত্ৰত অন্ততঃ অধিবক্তাসকল আগবাঢ়ি নাহে কিয়? এই ক্ষেত্ৰত তেখেতসকলৰ একো টকা-পইচাও খৰছ নহয়। মাথো ককায়েকৰ দৰে আপোনালোকৰ উপস্থিতি আৰু হাঁহিমুখে সৌহাৰ্দপূৰ্ণভাবে আদৰিলে,তেওঁলোকৰ নিশ্চয় উপলব্ধি হব যে,অন্ততঃ তেওঁলোকৰো কোনোবা আছে।আপোনালোকেও তেখেতসকলক বুজাই দিব পাৰিব যে– তেনেবোৰ অধিকাৰ তেওঁলোকৰো প্ৰাপ্য।

স্বামী বিবেকানন্দই কৈছিল, "আমি মনুষ্যই কাকো সহায় কৰিব নোৱাৰো, সহায় কৰিব পাৰে একমাত্ৰ ভগবানে অথবা জগন্নাথ মহাপ্ৰভুৱেহে।আমিবোৰ নিমিত্ত মাত্ৰ। আমি কেৱল সেৱাহে কৰিব পাৰো। সেৱা কৰিলেহে আত্মসন্তুষ্টি লাভ হয়। জন-সেৱাৰ মাধ্যমেৰে আপোনাসৱেও পৰমেশ্বৰৰ সেৱা লাভ কৰিব পাৰিব।"

আপোনালোকে নিশ্চয় আইন সাহায্য যোজনাৰ কথা শুনিছে। এই যোজনা যদি সুচাৰুৰূপে পৰিচালনা কৰা নাযায়, অধিবক্তাসকলে, সমাজসেৱকসকলে আৰু আন আন সমাজসেৱী সংগঠনসমূহে যদি এনে গুৰুভাৰ নলয় তেন্তে তেনে যোজনাবোৰ মাথো 'কাগজৰ বাঘ'ৰ দৰেই হৈ থাকিব।

আপোনাসৱে শুনি সুখী হ'ব যে উক্ত যোজনাৰ কামবোৰৰ বাবে আমাৰ ৰাজ্যখন বৰ্তমান দেশৰ ভিতৰতে দ্বিতীয় ৰূপে পৰিগণিত হৈছে। ৰাইজে যদি সততা আৰু একনিষ্ঠ ভাবে আগবাঢ়ে তেন্তে কেৱল অৰ্থনৈতিক, দিশটোৱেই অন্তৰায় হব নোৱাৰে। আইন সাহায্য যোজনাবোৰৰ বিষয়ে আপোনালোকে সাহিত্য, প্ৰচাৰ পত্ৰিকা, তথ্যচিত্ৰ, সামাজিক নাটক আদিৰ মাধ্যমেৰে প্ৰচাৰ কাৰ্য্য চলাব পাৰে। তেনে এখন নাটক এই ৰাজ্যৰ ভঞ্জনগৰত দেখাৰ আমাৰ সৌভাগ্য ঘটিছিল। আপোনালোকে এই ঠাইৰ কথিত ভাষা বুওা বা আন থলুৱা ভাষাত লেখি প্ৰচাৰ কাৰ্য্য চলালে সৰ্ব-সাধাৰণে হৃদয়ঙ্গম কৰাত সহায় হব।

একত্ৰিশ অক্টোবৰৰ দিনাখন ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ পৰলোক প্ৰাপ্তি ঘটে। অনাতাঁৰ কেন্দ্ৰৰ দ্বাৰা প্ৰচাৰিত বাণীত ন্যায়াধীশ পাঠকে কয়— "আমাৰ স্নেহৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ বিয়োগে মোৰ মনতো ভাৰাকান্ত কৰি তুলিছে। বীনা-মেঘে বজ্ৰপাতৰ দৰে অহা এই দুখৰ বাতৰি বৰ্ণাবলৈ মই একো শব্দ বিচাৰি পোৱা নাই!"

"প্ৰয়াত ইন্দিৰা গান্ধীয়ে তৈয়াৰ কৰি যোৱা ভাৰতবৰ্ষৰ এক অধ্যায়ৰ গৌৰৱোজ্জ্বল বুনিয়াদ কোনো ঘাটকে মুহূৰ্ততে সমাপ্ত কৰি পেলালে। যোৱা কালিলৈকে প্ৰয়াত গান্ধীয়ে উৰিষ্যা ৰাজ্যৰ ই-কোণৰ পৰা সি-কোণলৈকে ঘূৰি-ফুৰাৰ বাবে তেওঁৰ সুস্থ স্বাস্থ্য আৰু শক্তিৰ পৰিচয় পাই আজি কোনেও ভাবিব পৰা নাছিল যে তেওঁৰ জীৱনটো ইমান সোনকালে ইতি পৰিব ! তেওঁৰ মৃত্যুত কেৱল নিজ দেশেই নহয়, সমগ্ৰ পৃথিবীয়ে দুৰ্বল জনগণৰ বাবে যুঁজা এগৰাকী ব্যক্তি আৰু শান্তিৰ দূতক হেৰুৱালে। তেওঁৰ মৃত্যুত যি শূন্যতাৰ সৃষ্টি হৈ পৰিল,সেই ঠাই সোনকালে পূৰ্ণ হোৱাতো কঠিন হব..................।"

দিল্লীলৈ গ'লেই সাধাৰণতে ন্যায়াধীশ পাঠকে ইণ্ডিয়ান ল' ইনচ্টিটিউট্'ত পাক এটা মাৰে। 'হিন্দু ল এণ্ড ইটচ্ কনচ্টিটিউচনেল এচ্পেক্ট' নামৰ কিতাপখনৰ চতুৰ্থ সংস্কৰণৰ বাবে ইনচ্টিটিউট্ৰ সহযোগী ৰিচাৰ্চ প্ৰফেচৰ কুচুম আৰু অমৃত দাণ্ডাই পৰিবৰ্দ্ধিত অংশখিনিত চকুফুৰাই আছে। তদুপৰি তেখেত দিল্লীলৈ যোৱা খবৰ পালেই ব্যাৰিষ্টাৰ নাৰায়ণ নেট্টাৰ আৰু বি, কে, শৰ্মাই তেখেতক লগ ধৰেহি।দুয়োজনেই বিলাতত পঢ়ি থকা কালত ন্যায়াধীশ পাঠকৰ সহপাঠী।

উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ আঠাইশ নবেম্বৰত ন্যায়াধীশ পাঠকৰ বৰ-জীয়াৰী গীতিকাৰ শুভ-বিৱাহ অনুষ্ঠিত হয় গুৱাহাটী ৰিহাবাৰীৰ নিজ গৃহত। বিবাহ উপলক্ষে ব্যাৰিষ্টাৰ বিজয় কুমাৰ বেহুৰা,পৰিবাৰ সহ দেবানন্দ মিশ্ৰ, বি, কে টিৱাৰিলাল, ৰথ বাবু আহি গুৱাহাটী পালেহি।

বাইশ ডিচেম্বৰৰ দিনা পত্নী মনোমতীৰ সৈতে তেওঁ অন্ধ্ৰ প্ৰদেশৰ প্ৰখ্যাত তিৰুপতি মন্দিৰ দৰ্শন কৰিবলৈ গ'ল।মন্দিৰ দৰ্শন কৰি কেৰেলাৰ এৰনাকুলাম পালেহি। পোন্ধৰশ তিনি খৃষ্টাব্দত ভাস্ক-ডা-গামা নিৰ্মিত চেন্ট ফ্ৰান্সিছ গীৰ্জা চালেহি। পিছদিনা ত্ৰিৱান্দ্ৰমত সোমায়েই চাৰিটা দশকৰো আগৰ স্মৃতিবোৰ তেওঁৰ মনত জাঁহি উঠিল। ভিনচেন্ট্, মাৰ্গাৰেট্, ৰবাৰ্ট্, পদ্মনাভ মন্দিৰ, অধ্যক্ষ আয়াৰ আদি বহুবোৰৰ আগৰ সন্নিধ্যতা !

ত্ৰিবান্দ্ৰম চহৰ পোৱাৰ পাছতে তেওঁলোক কোৱালাম বিটচ্ পালেহি। একেই আৰব সাগৰৰ তীৰৰ ৰিব্ ৰিব্ বা, নীলা সাগৰ, নীল আকাশৰ পৰিধি। আজি ব্যতিক্ৰম মাথোঁ কাষতে বৈ থকা মনোমতী। কোৱালাম বিটচলৈ যাবলৈ ওলোৱাৰ আগতে তেওঁ পুৰণি বন্ধু ভিন্সেন্ট্ চেন্ট্ কাৰডোজা লৈ খবৰ পঠিয়ালে আৰু বজাৰৰ পৰা ডাঙৰ কেক্ এটা লৈ ফিৰি আহিল।

হোটেলত পুনৰ প্ৰৱেশ কৰি লগ পালে তেওঁলোকলৈ আপেক্ষাৰত এজন যুৱকক। যুৱকজনৰ দুচকুত পানী উপচি পৰিছে। যুৱকজনৰ নাম টনি। টনিক লগ পাই তেওঁ ভিনচেন্ট্ৰ খবৰ সুধিলে। ইতিমধ্যে চলচলীয়া হৈ পৰা টনিৰ চকু দুটাৰ কোণেৰে লোটক নিগৰি পৰিল। সেমেনা-সেমেনিকৈ টনিয়ে ক'লে, পিতাক আৰু এই সংসাৰত নাই ! যোৱা বছৰ জুন মাহত তেওঁ ঢুকাল ।

কথাষাৰ শুনাৰ লগে লগে ন্যায়াধীশ পাঠক শিল পৰা কপৌৰ দৰে হৈ পৰিল।তেওঁৰ গোটেই যাত্ৰাটোৰে মূখ্য আকৰ্ষণ আছিল ভিন্সেন্ট্। টনিৰ লগত তেওঁ মিচেচ্ মাৰ্গাৰেটৰ ওচৰ পালেগৈ। পৰিয়ালৰ সকলোৱে সেই নিশাটো তেওঁলোকক নিজৰ ঘৰতে ৰাখিব খুজিছিল যদিও সময়ৰ অভাৱত তেওঁলোক হোটেললৈকে ফিৰি আহিল।

পিছদিনা পুৱা তেওঁলোক ত্ৰিবান্দ্ৰমৰ পদ্মনাভ মন্দিৰলৈ ৰাওনা হ'ল।এই মন্দিৰ পাঁচ হাজাৰ বছৰ পুৰণি। ত্ৰিবাঙ্কুৰৰ মহাৰাজে এই মন্দিৰৰ তত্বাবধান কৰিছিল।আনকি আজিলৈকে সেই মহাৰজাৰ বংশধৰসকলে প্ৰতিদিনে মন্দিৰ দৰ্শন কৰে।

মন্দিৰ দৰ্শনৰ পিছত তেওঁলোকে কন্যাকুমাৰীলৈ যাত্ৰা কৰিলে।কন্যা কুমাৰীলৈ গৈ বিবেকানন্দ শিলাখণ্ড চালে। বিশাল সাগৰলৈ চকু পৰাত দেখিলে যেন বঙ্গোপসাগৰ,আৰব সাগৰ আৰু ভাৰত মহাসাগৰৰ পানীবোৰ মিলিত হৈ একাকাৰ হৈ পৰিছে!কেৰেলা ভৱনৰ চাঁদৰ পৰা সূৰ্য্যাস্ত চাবলৈ গৈ চকুত পৰিল-- সূৰুজটো ৰঙা হৈ আকাশখনকো ৰাঙলী কৰি নিমিষতে সাগৰৰ মাজত ডুব গ'ল। ঘড়ীত তেতিয়া ছয় বাজি আঠ মিনিট পাৰ হৈ গৈছে।

উনত্ৰিশ ডিচেম্বৰত পুনৰ ত্ৰিবান্দ্ৰমলৈ গৈ ত্ৰিবান্দ্ৰম আৰ্ট গেলাৰী চালে।তাত ৰবীন্দ্ৰ নাথ, নন্দলাল বসু আদিৰ উপৰিও চীন দেশীয় চিত্ৰকলা, চন্ত্ৰোভস্কি, নিকোলায় আদিৰ ছবি আছে।ৰাজা ৰবি বৰ্মাৰ বিখ্যাত 'শকুন্তলা' ছবিখনো চকুত পৰিল।

পিছদিনা তেওঁলোক আহি মাদ্ৰাজ পালেগৈ। তাৰ পৰা মহাবালীপুৰম। তাৰ শৈল্য-ভাস্কৰ্য্য এক নিপুণ শিল্প। পঞ্চম শতিকাত পল্লৱ বংশীয় ৰজাই চালুক্য বংশীয় ৰজা দ্বিতীয় পুলকেশীক ৰণত ঘটুৱাই সাগৰ তীৰত সেই মন্দিৰ নিৰ্মাণ কৰাইছিল। একেটা শিলতে কাটি উলিওৱা বিষ্ণুৰ অনন্তশয্যাৰ মূৰ্তিও বিদ্যমান। তেওঁলোক মাদ্ৰাজৰ পৰা বাংগালোৰ হৈ নতুন বছৰৰ তিনি জানুৱাৰীৰ দিনা আহি কটক পালেগৈ।

তিনি ফেব্ৰুৱাৰীৰ দিনাখন কটক চহৰৰ বাৰাবতি ষ্টেডিয়ামত মুখ্য ন্যায়াধীশ একাদশ আৰু অধিবক্তা সংস্থাৰ সভাপতি একাদশৰ মাজত এখন প্ৰীতি ক্ৰিকেট খেল অনুষ্ঠিত হয়।খেলখনত মুখ্য ন্যায়াধীশ একাদশ জয়ী হয়। বিজয়ী দ'লৰ অধিনায়ক আছিল-ন্যায়াধীশ পাঠক।

ত্ৰিশ মাৰ্চত ন্যায়াধীশ পাঠক ৰ'ৰকেলা অভিমুখে যাত্ৰা কৰিলে।তীখা নগৰীৰ নাগৰিকসকলৰ বাবে দূৰদৰ্শনত তেওঁ এটি বাণী দিয়ে– 'সকলোলৈকে মই শুভ-সন্ধিয়াৰ সম্ভাষণ জনালো.................. ....।'

দৈনিক ঔদ্যোগিক কাৰু-কাৰ্য্যৰ বাবে ব্যস্ত এই নগৰীখন দেশৰ বাবে এক গৌৰৱস্থল। বৰ্তমান দ্ৰুত অৰ্থনৈতিক বিকাশৰ বাবে তীখাৰ প্ৰয়োজন অসীম। শ্ৰমিকসকল, কাৰিকৰসকল আৰু কাৰিকৰী প্ৰশাসনৰ ঐকান্তিক প্ৰচেষ্টাৰ বলত ৰ'ৰকেলা তীখা কাৰখানাটোৱে দেশৰ আৱশ্যকীয় তীখাৰ এক বৃজন পৰিমান উৎপাদন কৰি আছে।

"কেইদিনমানৰ আগতে আইন শৃঙ্খলা সংক্ৰান্তীয় কেইটামান ঘটনা এই নগৰীত ঘটা বুলি মই জানিব পাৰিছো।বৰ্তমানে আমাৰ দেশত বহুধৰণৰ সংঘাটো মূৰ দাঙি উঠিছে। নৈতিকতাৰ সংঘাত, ধৰ্মীয় সংঘাত আৰু আন আন বহুতো সংঘাত পিছে, দেশৰ সকলোবোৰ সংঘাত দূৰ কৰি সকলোৱে যাতে সুখে-সন্তোষে থাকিব পাৰে সেইয়ে ৰাইজৰ কামনা।"

"উৰিষ্যা ৰাজ্যত বহু সংখ্যক অনুসূচিত আৰু জনজাতিৰ লোকে বসবাস কৰে। তেওঁলোকৰ বেছি ভাগেই অৰ্থনৈতিক ভাৱে দুৰ্বল। তদুপৰি তেওঁলোকৰ নিজৰ প্ৰাপ্য অধিকাৰৰ বিষয়েও অজ্ঞ।তেওঁলোকৰ অজ্ঞতাৰ বাবেই হওঁক কিম্বা দৰিদ্ৰতাৰ বাবেই হওঁক, কাৎচিতহে ন্যায় বিচাৰি তেওঁলোক আদালতৰ কক্ষলৈ আহে। তেওঁলোকৰ ওপৰত

যি ধৰণে অবিচাৰ আৰু শোষণ চলি আছে সেইবোৰ তেওঁলোকে নিৰবে সহ্য কৰি গৈ আছে। কিন্তু, তেওঁলোকেও যাতে সমাজৰ মুষ্টিমেয় শ্ৰেণীটোৱে লাভ কৰা সুবিধাসমূহ ভোগ কৰিব পাৰে তেনে পৰ্য্যায়লৈ তেখেতসকলক উন্নতি কৰাৰ সময় আহি পৰিছে।"

"সদ্যহতে চৰকাৰে ন্যায়িক সাহায কাৰ্য্যসূচী আৰম্ভ কৰিব ধৰিছে। পিচে, যেতিয়ালৈকে সমাজসেৱী সংস্থাসমূহ,জন-সেৱক,স্বেচ্ছা-সেৱক আৰু ন্যায় সেৱাৰ লগত জড়িত প্ৰতিজ্ঞাবদ্ধ ব্যক্তিসমূহে তেওঁলোকৰ সাহাযৰ বাবে আগবাঢ়ি নাহে তেতিয়ালৈকে এই কাৰ্য্যসূচীবোৰ এক আদৰ্শৰ সপোন হৈয়েই ৰ'ব। আপোনাসৱক এই দিশত মনোনিৱেশ কৰি যৎপৰোনাস্তি চেষ্টাৰে ন্যায়িক সাহায কাৰ্য্যসূচী আগুৱাই নিয়াত সহায় কৰিবলৈ আহ্বান জনালো। কাৰ্য্যসূচীসমূহ ৰূপায়ণ কৰিব পৰা হ'লে— তেওঁলোকে স্বাধীনতাৰ সোৱাদ দিয়াৰ লগতে ন্যায়ৰ দ্বাৰা সুবিচাৰৰ পথো সুগম কৰি দিয়া হ'ব, ..... ধন্যবাদ।"

গীত, নাটক, চিনেমা আদিত ন্যায়াধীশ পাঠকৰ সকৰে পৰাই ৰাপ।পাঁচ এপ্ৰিলত কটকৰ দেৱানী আদ্রালতৰ কৰ্মচাৰীবৃন্দই অন্নপূৰ্ণা থিয়েটাৰ হলত এখন নাটক মঞ্চস্থ কৰিলে।সেই উপলক্ষে তেখেতৰ পৰা এটা বাণী বিচাৰিলে। বাণীত তেওঁ কয়--

"মানুহৰ মাজলৈ কোনো বাৰ্তা কঢ়িয়াই নিবলৈ নাটকেই বলিষ্ঠ আৰু সৰ্বোত্তম মাধ্যম। আৱিস্কৃত অতীতৰ যুগ যুগৰ আগৰ পৰাই মানুহে এই মাধ্যমটো ব্যৱহাৰ কৰি আহিছে। ইতিহাসক নাটকৰ দ্বাৰাই চিৰঞ্জীৱন্ত কৰি ৰাখিব পাৰি। প্ৰায় পাঁচশ বছৰৰো আগতে অসমৰ মহান বৈষ্ণৱ সাধক শ্ৰীমন্ত শঙ্কৰদেৱে ঐতিহাসিক কিম্বা ধাৰ্মীক কাহিনীৰে, নাটক বা ভাওনাৰ মাধ্যমেৰে সমাজ সংস্কাৰ আৰু ধৰ্মীয় জাগৰণ জগাই তুলিলে। তেৰা কেৱল নাট্যকাৰেই নাছিল, নিজেও নাটকত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। অসমৰ নাট্য-সাহিত্যৰ বুৰঞ্জীত তেৰাই প্ৰথমে চিহ্ন-যাত্ৰা অৰ্থাৎ নাটকত দৃশ্যৰ অৱতাৰণা কৰি দৃশ্যসমূহৰ সৈতে ছবি আঁকি বচনবিহীনভাৱে দেখুৱাইছিল। প্ৰৱাদ মতে, চিহ্নযাত্ৰাত শঙ্কৰদেৱে কেৱল পট আঁকিয়েই দেখুৱা নাছিল-সাতজোৰা বিষ্ণু-পাৰ্বতীয়ে তাতে অভিনয়ো কৰিছিল, য'ত প্ৰধান বিষ্ণু গৰাকীৰ ভূমিকাত অভিনয় কৰিছিল শঙ্কৰদেৱে নিজেই। সেই মহান সাধকজনে সমাজ সংস্কাৰ কৰি অসমৰ সামাজিক জীৱনেই সলনি কৰি পেলাবলৈ সমৰ্থ হৈছিল, এক শৰণীয়া ধৰ্মৰ মহত্বৰে কেৱল এজন ভগৱান জগন্নাথক সেৱা কৰি। সেই অভিযানত তেৰা সম্পূৰ্ণ ফলৱতী হোৱা বাবে আজিও অসমীয়া সমাজৰ সকলো ক্ষেত্ৰতে

তাৰ প্ৰভাৱ বিস্তাৰিত।যাত্ৰা, নাট, কিম্বা ভাওনাত চৰিত্ৰবোৰৰ সংলাপৰ মাধ্যমেৰে এনেদৰে বৰ্ণনা কৰা হয় যাতে অশিক্ষিত লোকেও সকলো কথা বুজিব পাৰে। তেনেদৰে শ্বেক্সপীয়াৰেও তেওঁৰ নাটকৰ দ্বাৰা কেৱল সাহিত্য চৰ্চা কৰিয়েই ক্ষান্ত নাথাকি সমাজ সংস্কাৰৰ কথাও ভাবিছিল। জৰ্জ বানাৰ্ড শ্বও তেওঁৰ লেখনিৰ দ্বাৰা সামাজিক কেৰোণবোৰ দেখুৱাই দি এখন সুখী আৰু শান্তিময়ী সমাজ গঢ়াত অৰিহণা যোগাইছিল।

উৰিষ্যা ৰাজ্যত বৈষ্ণৱ পাণিয়ে বহুতো গীতি-নাট্য ৰচনা কৰাৰ উপৰিও নিজেই বহুকেইখন নাটকত অভিনয়ো কৰিছিল। তেখেতৰ লিখনিবোৰ মহাভাৰত আৰু ৰামায়ণৰ কাহিনীৰে পৰিপূৰ্ণ। তেখেতেও শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰেই নাটকত সমাজৰ বাস্তৱ ছবিবোৰ উত্থাপন কৰি নিৰক্ষৰ মানুহখিনিয়ে সহজে বুজিব পৰাকৈ অভিনয় কৰোৱাই দেখুৱাইছিল। তদুপৰি আন আন নাট্যকাৰসকলৰ ভিতৰত অশ্বিনী কুমাৰ ঘোষ, ড° কালীচৰণ পট্টনায়কৰ উপৰিও বৰ্তমান ভালেমান নাট্যকাৰ আছে।

নাটক এক নতুন মাধ্যম নহয়। প্ৰাচীন কাললৈ উভতি চালে দেখা যায় কালিদাস, ভাষা আদি অনেক কবিয়েও নাটক লিখি থৈ গৈছে। আমাৰ দেশৰ বিভিন্ন প্ৰান্তৰৰ নাট্যাভিনয়ৰ মাজত যথেষ্ট মিল দেখা যায়, আনকি পৃথিবীৰ সকলো প্ৰান্তৰৰ নাট্যাভিনয়ৰ মাজতো কিছু সাদৃশ্য দেখা যায়।

মানৱ জীৱনটো বহুতো ঘাট-প্ৰতিঘাটেৰে পৰিপূৰ্ণ হৈ থাকে।মানে দু:চিন্তাৰ পৰা মুক্ত হৈ থাকিব পৰা উপায় হ'ল মনটোক এটা ভাৱৰ পৰা আন এটা ভাৱলৈকে বিস্তাৰিত কৰা। মানৱে নিজৰ মনটোক সন্তোষ লভা নতুন কোনো বিষয়ৰ চিন্তাধাৰাৰ উন্মেষ ঘটাই নিতে নৱ সৃষ্টিৰে মনত শান্তি লাভৰ চেষ্টাত ব্ৰতী হব লাগে।এনেধৰণৰ এক চিন্তাধাৰাৰ প্ৰকাশৰ মাধ্যম হ'ল নাট আৰু নাট্যাভিনয়।

নাটকৰ জৰিয়তে সমাজৰ উপকাৰ সাধন কৰাৰ উপৰি নিজৰ জ্ঞানৰ ভাণ্ডাৰো বিস্তৃত কৰি সমাজখনক আগবঢ়াই নিয়াত সহায় কৰিব পাৰি। মানুহ সমাজ প্ৰিয় জীৱ। নাটকত যেতিয়া মানৱীয় আবেদনপূৰ্ণ চৰিত্ৰবোৰ প্ৰদৰ্শিত হয়,তেতিয়া সমাজপ্ৰিয় মানৱ মনে তেনে চৰিত্ৰৰ প্ৰতি সহজে আকৰ্ষিত হৈ পৰে আৰু এক এনাজৰীৰে বান্ধ খাই থকাৰ সংকল্প মনলৈ আনে। ইয়াৰ বিপৰীতে নাটকৰ অমানৱীয় প্ৰদৰ্শনে এই সমাজৰ প্ৰচুৰ ক্ষতি সাধন কৰিব পাৰে। সাধাৰণতে আমি সাহিত্য, বিজ্ঞান, প্ৰযুক্তিবিদ্যা আদি

বহুবিষয়ৰ কথা কওঁ। পিছে, সকলোবোৰ উপাদানৰে মূল কথা হ'ল-সমাজখনলৈ সুখ, সমৃদ্ধি, স্বাচ্ছন্দ্যতা কঢ়িয়াই অনা। যদি প্ৰদৰ্শনৰ কোনো লক্ষ্যই নাথাকে তেন্তে সেই প্ৰদৰ্শন হব বিভ্ৰান্তিমূলক!

উনৈশ শ পঁচাশী খৃষ্টাব্দৰ আঠাইশ জুনত ন্যায়াধীশ পাঠকক আঞ্চলিক ফিল্ম মহোৎসৱ উৎঘাটন কৰিবলৈ আমন্ত্ৰণ জনালে। সেই উদ্দেশ্যে কটক চহৰৰ গ্ৰেণ্ড চিনেমা হ'লত তেখেতে মহোৎসৱখন উৎঘাটন কৰি এটি চমু ভাষণ দিয়ে-

"আঞ্চলিক ফিল্ম মহোৎসৱখন উৎঘাটন কৰি মই নথৈ আনন্দিত। মহোৎসৱত বক্তৃতা দিয়াৰ মই একো প্ৰয়োজনবোধ নকৰো। কাৰণ, যিবোৰ ফিল্ম ইয়াত দেখুৱা হব তাৰ চৰিত্ৰবোৰেই হেজাৰটা কথা ক'ব।উৰিষ্যাত বৰ্তমান ফিল্ম শিল্প যথেষ্ট পিছ পৰি আছে। কাৰণ হয়তো বহুতো, কিন্তু প্ৰধান কাৰণটো হ'ল এটা ভাল ষ্টুডিঅ'ৰ অভাৱ। যিয়েই নহওক উনৈশ শ বিয়াশী খৃষ্টাব্দৰ ছয় মে'ৰ দিনা কলিঙ্গ ষ্টুডিঅ' ভুবনেশ্বৰ নগৰীত গঢ় লৈ উঠাৰে পৰা এই ৰাজ্যত ফিল্ম শিল্পই গতি লাভ কৰিছে।উনৈশ শ চৌৰাশী খৃষ্টাব্দৰ মে' মাহলৈকে এশ ছাবিবশখন ফিল্ম এই ষ্টুডিঅ'ত নিৰ্মাণ কৰা হৈছে। আজিৰ আঞ্চলিক ফিল্ম মহোৎসৱে যেন নিজেই তাৰে লেখ দিছে।বিবিধ সংস্কৃতি আৰু সমাজৰ ওপৰত আধাৰিত ফিল্মসমূহ নিশ্চয় আঞ্চলিক ফিল্ম মহোৎসৱৰ এক বলিষ্ঠ পদক্ষেপ। ফিল্মৰ জৰিয়তে কঢ়িয়াই অনা বাৰ্ত্তাবোৰে যেন সদায়ে জনগণৰ প্ৰেৰণাৰ উৎস হৈ পৰে।এই মুহূৰ্তত মই দৰ্শকবৃন্দ আৰু 'ক্লান্ত অপৰাহ্ন' নামৰ ফিল্মখনৰ মাজত চীনৰ প্ৰাচীৰৰ দৰে থিয় হব বিচৰা নাই। এইখিনিৰে মই মোৰ বক্তব্য সামৰি ফিল্ম মহোৎসৱৰ উৎঘাটন কৰিলো-ধন্যবাদ।"

উনৈশ শ পচাশী খৃষ্টাব্দৰ দিনা গুৱাহাটীলৈ আহোঁতে নেহেৰু ষ্টেডিয়াম গেষ্ট হাউছ'ত আবেলিপৰত ন্যায়াধীশ পাঠকে সুৰেনৰাম ফুকনে লিখা 'ৰিমিনিচেনচ্' নামৰ পুথিখন উন্মোচন কৰে। সেই সভাৰ সভাপতি আসন শুৱনি কৰে-অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই। সুৰেনৰাম ফুকন আন্তৰ্জাতিক খ্যাতিসম্পন্ন ফুটবল ৰেফ'ৰী আৰু প্ৰথম অসমীয়া ক্ৰিকেট আম্পায়াৰ।

সাধাৰণতে ন্যায়াধীশ পাঠক গুৱাহাটীলৈ অহা বুলি শুনিলে গুৱাহাটীৰ ন্যায়াধীশসকল, অধিবক্তাসকল আইন মহাবিদ্যালয়ৰ শিক্ষক তথা ছাত্ৰসকলে তেখেতক লগ ধৰি আইন সম্পৰ্কীয় বিভিন্ন দিশত আলোচনা কৰে। গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ

তৃতীয় আৰু চতুৰ্থ পদত থকা কৰ্ম্মচাৰীসকলেও ন্যায়াধীশ পাঠক আৰু তেওঁৰ সহধৰ্মীনি মনোমতী পাঠকক যথেষ্ট শ্ৰদ্ধা কৰে।

ন্যায়াধীশ পাঠক উৰিষ্যা ৰাজ্যলৈ গৈ আঠ আগষ্টত পুনৰ উভতি আহি গুৱাহাটী পায়হি। আহিয়েই তেখেতে প্ৰয়াত ধৰ্মানন্দ দাসৰ ঘৰলৈ খবৰ লবলৈ যায়। ছয় আগষ্টত অসমৰ প্ৰথম গৰাকী অসমীয়া মুখ্য সচিব ধৰ্মানন্দ দাসৰ পৰলোকপ্ৰাপ্তি হয়। প্ৰয়াত দাস গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ প্ৰাক্তন পঞ্জীয়ক চিদানন্দ দাসৰ সহোদৰ বাবে ন্যায়াধীশ পাঠকৰো সম্পৰ্কীয়।

পোন্ধৰ আগষ্টত উৰিষ্যা ৰাজ্যৰ স্বৰাজ আশ্ৰমত মুক্তি-যুঁজাৰু সন্মিলনৰ পতাকা উত্তোলন কৰি মুখ্য অতিথিৰ আসনৰ পৰা দেশৰ স্বাধীনতাৰ আঠত্ৰিশ বছৰৰ পাছত তেওঁ বক্তব্য দাঙি ধৰে— "আজি স্বাধীনতা দিৱস উৎসৱত দেশৰ বাবে সৰ্বস্ব ত্যাগ কৰা ব্যক্তিজন কটক চহৰতে জন্ম গ্ৰহণ কৰি স্কুলীয়া শিক্ষা সাং কৰা সুভাষ চন্দ্ৰ বসুৰ কথা মনত পৰিছে, যি গৰাকী বৰেণ্য ব্যক্তিয়ে মুক্ত কণ্ঠে কৈছিল— মোক তেজ দিয়া, মই তোমালোকক স্বাধীনতা আনি দিম! অসমৰ কনকলতা— যিগৰাকী কোমল বয়সীয়া গাভৰুৱে ত্ৰিৰঙ্গ পতাকা আৰক্ষী চকীত উৰুৱাবলৈ গৈ বৃটিছ চৰকাৰৰ বন্দুকৰ গুলীত মৃত্যুবৰণ কৰিছিল, তদুপৰি অসমৰ কুশল কোঁৱৰ, মণিৰাম দেৱান, বেঙ্গলৰ খুদিৰাম আৰু জয় ৰাজগুৰু, ভগত সিং, উদাম সিং, বীৰ সুৰেন্দ্ৰ ছাঁই, বাজি ৰাউত আৰু বহুজনলৈ মনত পৰিছে।"

"আজি সেই বীৰ সেনানীসৱক মনত পেলোৱাৰ দিন, যিসকলে দেশখনৰ বাবে সৰ্বস্ব ত্যাগ কৰিলে। স্বাধীনতা আন্দোলনৰ সময়ত জনগণ এক গোট হৈ গ্ৰেনাইট্ পাথৰৰ দৰে কঠিন এজন ব্যক্তিত পৰিণত হৈ পৰিছিল। দেশখন এনেয়ে স্বাধীন হৈ পৰা নাছিল, স্বাধীনতা প্ৰাপ্ত হৈছিল কঠোৰ পৰিশ্ৰম আৰু ত্যাগৰ বিনিময়তহে। উনৈশ শ সাতচল্লিশ খৃষ্টাব্দৰ পোন্ধৰ আগষ্টৰ মাজনিশা যেতিয়া গোটেই পৃথিৱী নিদ্ৰিত তেতিয়া আমি স্বাধীনতা পাইছিলো আৰু পণ্ডিত নেহেৰুৰ মুখেৰে ওলাইছিল– 'ট্ৰাইষ্ট উইথ ডেচটিনী'। সেই নিশা দেশ স্বাধীন হওঁতে আমি ভাবিছিলো আমাৰ সকলো দুখৰ অৱসান ঘটিল ! ফুৰ্তিতে আমি নাচিছিলো, মনতে ভাবিছিলো দেশত ৰামৰাজ স্থাপন হ'ব, কোনো আৰু অসুখী হৈ নাথাকিব! আজি স্বাধীনতাৰ আঠত্ৰিশ বছৰ পাৰ হৈ গ'ল যদিও আমাৰ আশাৰ সপোনবোৰ যেন সপোন হৈয়েই ৰ'ল! দেশৰ সৰ্বতে আজি দুখ, জ্বালা-যন্ত্ৰণা আৰু বেমাৰে আবৰি ধৰিছে। আজি দেশৰ প্ৰতিজন নাগৰিকে শান্তি, একতা আৰু

ভাতৃত্ববোধেৰে কাম কৰি যাবলৈ সংকল্প লব লাগিব। কিছুমান সৰু সৰু কথাৰ বাবেও আমি চৰকাৰৰ ওচৰত হাত পাতি বহি থাকিব লগা হৈছে। কিন্তু আমি যদি কিছু ব্যক্তি কিম্বা সংগঠনৰ সৈতে ঐক্যবদ্ধ হৈ কাম কৰি যাওঁ, যি দুখীয়া জনগণৰ উত্তৰণ মনে প্ৰাণে বিচাৰে, তেন্তে আমি আমাৰ লক্ষ্যত উপনীত হব পাৰিম ! দেশৰ বৃজন সংখ্যক নাগৰিকে এতিয়াও স্বাধীনতাৰ ফল পোৱা নাই।" "এই স্বৰাজ আশ্ৰমখন তেনে এখন তপস্বীৰ আশ্ৰম। স্বৰাজ আশ্ৰমলৈ অহাতো যেন তীৰ্থ ভ্ৰমণলৈহে অহা! স্বাধীনতা আন্দোলনৰ সময়ৰ দৰেই বিবিধ কাৰ্য্যাৱলীৰে এই আশ্ৰম যেন আজিও স্বতঃস্ফূৰ্ত। জাতিৰ পিতা মহাত্মা গান্ধী আহি ইয়াত থাকোতে উৎকলমনি গোপাবন্ধু দাসক এই আশ্ৰমতে লগ পাইছিল। গোপাবন্ধু এই আশ্ৰমৰ প্ৰেৰণাৰ উৎস আছিল।.....।"

সেই নিশা বহু সময়লৈ মুখ্য ন্যায়াধীশজনৰ টোপনি অহা নাছিল। মাজৰাতি চিল্-মিল্ টোপনি আহিল যদিও অকলশৰীয়াকৈ বাস কৰা সেই বিশাল কিল্লা-ফোৰ্টটো যেন হঠাতে সহস্ৰ জনতাৰ অট্টহাস্যত কঁপি উঠিল! এইয়া কি স্বাধীনতা ? হাঃ হাঃ হাঃ.....!! এই স্বাধীনতা আমাৰ কাম্য নহয়। তেওঁ হুৰমুৰকৈ উঠাত চাইট্ টেবুলখনত হাতখন লাগি পানীৰ গিলাচটো থন্ থন্ কৈ ভাগি পৰিল। তাৰ পাছত বিজুলী বাতিটো জ্বলাই দিয়াত দেখা গ'ল ওৱাল ক্লকটোত সময় তেতিয়া দুই বাজি পোন্ধৰ মিনিট!

অক্টোবৰ মাহৰ প্ৰথম সপ্তাহত ন্যায়াধীশ পাঠক দিল্লীলৈ যাওঁতে ছয় তাৰিখৰ দিনা দিল্লী উচ্চ-ন্যায়ালয় প্ৰাঙ্গণত অনুষ্ঠিত হোৱা লোক আদালতত উপস্থিত থাকে। ন্যায়াধীশ পি.এন ভাগৱতীয়ে সেই আদালত উদ্বোধন কৰে। কেন্দ্ৰীয় আইন মন্ত্ৰী অশোক সেনো উপস্থিত হয়হি। সেইদিনা বহা পাঁচখন আদালতত মুঠতে এশষোল্লটা গোচৰ মীমাংসা কৰা হয়।

ওঠৰ ডিচেম্বৰত উৰিষ্যা ৰাজ্যৰ জিলা ন্যায়পালিকাসকলৰ বাৰ্ষিক সন্মিলনত ন্যায়াধীশ পাঠকে তেখেতসকলক সম্বোধন কৰি কয়—

"উৰিষ্যা ৰাজ্যৰ জ্যেষ্ঠন্যায়িক সেৱাৰ সন্মানীয় বিষয়াসকল,

**ঠিক এবছৰৰ পাছতে আজি আমি পুনৰ মিলিত হৈছোঁহি কাৰণ,বিগত সময়খিনিত আমাৰ নিম্ন আদালতসমূহৰ সফলতা বিফলতাৰ বিচাৰ কৰা সময় আজি আহি পৰিছে।তাৰোপৰি দৈনন্দিন সমস্যাসমূহৰ বিষয়লৈ প্ৰতিজন ব্যক্তিয়ে মনৰ ভাবৰ আদান প্ৰদান কৰি আলোচনা বিলোচনা কৰিবলৈ সুযোগ আহি পৰিছে।**

মূলতঃ ন্যায়িক বিষয়কলৈয়েই সংবিধানখন তৈয়াৰ কৰা হৈছে। সংবিধানখন ৰাষ্ট্ৰখনৰ প্ৰধান সম্পদ।যিকোনো গণতান্ত্ৰিক ৰাষ্ট্ৰক সুষ্ঠ আৰু সবল কৰি তুলিবলৈ ন্যায়িক বিভাগটো সক্ৰিয় আৰু নিভাজ হবই লাগিব। সমাজখনৰ নিম্ন বিত্তীয় আনাদৰিত শ্ৰেণীটোৱে এই বিভাগটোৰ ওপৰতে অটল বিশ্বাস ৰাখে। গতিকে, তেখেতসকলৰ আশা-ভৰষাবোৰ সজীব কৰি ৰাখিবলৈ আৰু সকলোকে সমদৃষ্টি দি ন্যায় আগবঢ়োৱাতো আমাৰ প্ৰধান কৰ্তব্য।এই ক্ষেত্ৰত বিফল হ'লে জন সাধাৰণৰ বিশ্বাসবোৰ হেৰাই যাব আৰু যি গণতন্ত্ৰৰ বাবে আমি গৌৰৱ বোধকৰো, সেই প্ৰথাও বাধাগ্ৰস্থ হৈ পৰাৰ আশঙ্কা আছে। অৱশ্যে এইটোও সঁচা কথা যে— যি পৰিস্থিতিত আমি আমাৰ কৰ্তব্য পালন কৰিব লগীয়া হৈছে, সেইটোও বৰ সুস্থ পৰিৱেশ নহয়। মই বহুতো নিম্ন আদালত পৰিদৰ্শন কৰিছো, যিবোৰ মাথো একচালিৰ কোঠা এটাতে আৱদ্ধ হৈ দৈনিক কাৰ্য্য-প্ৰণালীবোৰ সম্পাদন কৰি যাবলগীয়া হৈছে। সাক্ষী—বাদীসকলৰ বাবে জিৰণি লবলৈকো ঠাই এডোখৰৰ অভাৱ। ন্যায়িক বিষয়াসকলে আৱাসৰ বাবে ঘৰ বিচাৰি অলিয়ে গলিয়ে ফুৰিব লগীয়া হৈছে। আদালতলৈ অহা-যোৱাৰ সময়ত ৰাইজৰ পৰিবহণত সাক্ষী-বাদী আৰু অপৰাধীসকলৰ সৈতে একেলগে যাত্ৰা কৰিব লগীয়া হৈছে। এনে ধৰণৰ অসুবিধা বহুতো।

পিছে, যিহেতু আপোনাসবে এনে পেশা আদৰি লৈয়েই ভবিষ্যৎ গঢ়াৰ সপোন দেখিছে, গতিকে চাকৰি জীৱনত হয়তো এনে ধৰণৰ আৰু বহুতো বাধাৰ সন্মুখীন হব লাগিব, ন্যায় বিষয়তো তেনে ত্যাগেৰেহে সম্ভব। ৰাইজে, যাতে নাভাবে যে আমি প্ৰাপ্য সুখৰ পৰা বঞ্চিত হোৱা বাবে নিজ কৰ্তব্যত গাফিলতি কৰিছো।

ন্যায়ৰক্ষক হিচাবে এজন ন্যায়পালিকা বলিষ্ট, অমায়িক হোৱাটো বাঞ্চনীয়। তেওঁ যথেষ্ট ধৈৰ্য্যৰ, বহল হৃদয়ৰ, দূৰদৃষ্টি সম্পন্ন ব্যক্তি হোৱাটো আটাইতকৈ প্ৰয়োজনীয়।ন্যায়-পালিকাসকলে মনত ৰখা উচিত যে— তেওঁলোকেই আইনৰক্ষক আৰু নাগৰিকক নিৰাপত্তা দিয়াতো তেওঁলোকৰ কৰ্তব্য।

**কিশ ডিচেম্বৰৰ দিনাখন ন্যায়াধীশ পাঠক আহি গুৱাহাটী পালেহি। একৈশ ডিচেম্বৰৰ নিশা তেওঁৰ প্ৰাক্তন ছাত্ৰ সুৰেন্দ্ৰ নাথ মেধীয়ে বিধানসভা নিৰ্বাচনত ভৱানীপুৰ সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হোৱা খবৰটো টেলিফোন যোগে তেখেতক জনাই পিছদিনাখন ৰাতিপুৱা তেওঁৰ আশীৰ্বাদ লব বিচাৰিলে। পিছদিনা তেওঁ অহাত ন্যায়াধীশ পাঠকে**

ক'লে— যিহেতু তেওঁলোকে ৰাইজৰ আশীৰ্বাদ পাই জয়ী হৈছে, গতিকে ব্যক্তি বিশেষৰ আশীৰ্বাদৰ একো প্ৰয়োজন নাই। কিন্তু, এতিয়া তেওঁলোকে দেশত ঐক্য, শান্তি আৰু প্ৰগতিৰ পথ প্ৰদৰ্শক হব পাৰিব লাগিব।

সাতাইশ তাৰিখে তেখেতে নিজ গাঁও নগাঁওৰ ৰাজাবাৰীত সোমাই বৰপেটা ধামলৈ যাত্ৰা কৰে। নগাঁও শ্মশানখনৰ পুনৰ নিৰ্মাণ কাৰ্য্যাৱলীৰ তেখেতে উন্মোচন কৰে। সেইখন শ্মশানতে তেওঁৰ পিতৃ দণ্ডীৰাম পাঠকৰ উপৰিও পূৰ্ব-পুৰুষসকলৰ শেষকৃত্য সম্পন্ন কৰা হৈছিল।

পুনৰ চাৰি জানুৱাৰীত ঘূৰি আহি তেওঁ কটক পালেগৈ। লগত পত্নী-মনোমতী। ব্যস্ততাপূৰ্ণ দিনবোৰ আগবাঢ়ি গ'ল। আদালত, বিভিন্ন অভ্যাগত, গাৰ্ড অব্ অনাৰ, বিভিন্ন সংগঠন, কিতাপ, কবিতা লিখা, উৰিয়া সাহিত্য-সংস্কৃতি আৰু বিশেষকৈ উৰিয়া জনগণৰ হৃদয় বুজাৰ আগ্ৰহ।

অৱশেষত প্ৰত্যাশিত দিনটো আহি পৰিল। উনৈশ শ চিয়াশী খৃষ্টাব্দৰ আঠাইশ ফেব্ৰুৱাৰী। সেইদিনাও ঠিক সময়তে তেওঁ উচ্চ-ন্যায়ালয়ত উপস্থিত হ'লগৈ। কিছু সময় দুই এটা কাম কৰি বাৰ-এচো'চিয়েচনত পাক এটা মাৰি ঘৰলৈ উভতি আহি ৰান্ধি-বাঢ়ি আগ্ৰহেৰে বৈ থকা মনোমতীৰ সৈতে দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰিলে।

ৰাতি ন বাজি পচপন্ন মিনিটত কটক ৰেল ষ্টেচনত পৰিয়ালসহ পালেগৈ ন্যায়াধীশ ডম্বৰুধৰ পাঠক। ৰেল ষ্টেচনৰ ভি. আই. পি কোঠা, প্লেটফৰ্ম আদিত ভিৰ লাগিল উৰিষ্যা চৰকাৰৰ বহুতো জ্যেষ্ঠ বিষয়া, অধিবক্তাসকল, ন্যায়াধীশসকল, ন্যায়ালয়ৰ সাধাৰণ কৰ্মচাৰীবৃন্দ আৰু বিভিন্ন সংস্থাৰ বহুজনে ন্যায়াধীশ পাঠকক বিদায় সম্ভাষণ জনালে। এনেতে উৰিষ্যা চৰকাৰৰ জ্যেষ্ঠ অধিবক্তা বিজন ৰায়ে ন্যায়াধীশ পাঠকক নমস্কাৰ জনাই এখন পত্ৰ দিলে। পত্ৰখনত লিখা আছে— "এই প্ৰদেশৰ জনসাধাৰণে আপোনাৰ আন্তৰিকতাক সদায়ে মনত ৰাখিব। কম সময়ৰ ভিতৰতে আপুনি শৈল স্তম্ভৰ দৰেই সামাজিক ন্যায়, আইনৰ নিয়ম–কানুন ৰক্ষাৰ ক্ষেত্ৰত সফল হৈছিল, সৰ্বোপৰি সংবিধানখনৰ ওপৰত জনগণৰ আস্থা আৰু গভীৰ হৈ পৰিল।

আমি প্ৰাৰ্থনা কৰিছো ভগৱান জগন্নাথে যেন আপোনাক সুস্বাস্থ্য প্ৰদান কৰে। শ্ৰদ্ধা জনালো।..................।"

তাৰ কেইমিনিটমানৰ পিছতে ৰেলখনে এটি দীঘলীয়া উকি মাৰি ঝক্ ঝক্ শব্দেৰে আঁতৰি গ'ল।

# বিভিন্ন গ্ৰন্থৰ প্ৰণেতা

বিভিন্ন আইন বিষয়ৰ গ্ৰন্থকাৰ হিচাবে ডম্বৰুধৰ পাঠকে যথেষ্ট খ্যাতি লভিছে। উত্তৰ-পূৰ্ব্বাঞ্চলৰ সমূহ আইন মহাবিদ্যালয়তে তেখেতে লিখা পুথি পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত। ভাৰতবৰ্ষৰ আন আন ৰাজ্যৰ আইন মহাবিদ্যালয়বোৰতো তেখেতৰ পুথিবোৰ বহুল ভাবে প্ৰচলিত।

উনৈশ শ ষাঠি খৃষ্টাব্দত 'হিন্দু ল' এণ্ড ইটচ্ কনচ্'টিটিউচনেল এচপেক্ট' নামৰ পুথিখন প্ৰণয়ন কৰে। উক্ত পুথিখন গুৱাহাটীৰ প্ৰখ্যাত প্ৰকাশক গোষ্ঠী নিউ বুক ষ্টলে প্ৰকাশ কৰে। অসম উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ গোপালজী মেহেৰোট্ৰাই পুথিখনৰ আগকথাত লিখিছে-- 'শ্ৰী পাঠকে আইন বিষয়টো অধ্যয়ন কৰা ব্যক্তিসকলৰ বাবে এটি ডাঙৰ কাম কৰিলে। হাতে লিখা পুথিখনত চকু ফুৰাওতে মই অনুভৱ কৰিছো যে- গ্ৰন্থাকাৰগৰাকীয়ে যথেষ্ট কষ্ট কৰিব লগীয়া হৈছে। উচ্চ-ন্যায়ালয়ৰ গুৰুত্বপূৰ্ণ ৰায়বোৰ পুথিখনত সন্নিবিষ্ট কৰা হৈছে। পুথিখনত হিন্দু বিৱাহ এক্ট-১৯৫৫ আৰু হিন্দু চাক্'চেচন এক্ট-১৯৫৬ ৰ বহুতো সমস্যা খৰচি মাৰি আলোচনা কৰিছে।

গ্ৰন্থকাৰৰ নিজৰ ভাষাত--প্ৰণালীৱদ্ধ কৰাৰ বাবে হিন্দু আইনখন যথেষ্ট সলনি হৈ পৰিল। এই পুথিত আমি নিভাজ হিন্দু আইনৰ বৰ্ত্তমানৰ পৰিস্থিতিতো আলোচনা কৰিছো। অৱশ্যে প্ৰণালীবদ্ধ আইনে এক নতুন দিশ সূচনা কৰিছে। উদাহৰণ স্বৰূপে, দম্পতিৰ বিৱাহ বিচ্ছেদ আদি যিবোৰ বিষয় হিন্দু আইনশাস্ত্ৰত নাছিল, তেনেবোৰ বিষয়ো প্ৰণালীৱদ্ধ ৰূপে আইনত লিপিবদ্ধ কৰা হৈছে। কন্যা আৰু নাৰীৰ ক্ষেত্ৰত উত্তৰাধীকাৰী স্বৰ্ত্বৰ কথাও সন্নিবিষ্ট কৰা হৈছে।

উক্ত অমূল্য পুথিখনৰ ইতিমধ্যে পঞ্চম সংস্কৰণ প্ৰকাশ পাইছে। প্ৰতিটো সংস্কৰণতে পঢ়ুৱৈ আৰু সমালোচকসকলৰ দিহা-পৰামৰ্শলৈ লক্ষ্য কৰি পুনৰীক্ষণ কৰা

হৈছে। উনৈশ শ ছিয়াশী খৃষ্টাব্দত পুথিখনৰ চতুৰ্থ সংস্কৰণৰ সময়ত পুনৰীক্ষণ কৰোতে দিল্লীৰ ইণ্ডিয়ান ল' ইনচ্‌টিটিউটৰ সহযোগী ৰিচাৰ্চ অধ্যাপক মিচেচ কুসুম আৰু মিচেচ অনিতা দাণ্ডেই পুথিখনত কিছু অংশ সংযোজনৰ ক্ষেত্ৰত যথেষ্ট সহযোগ কৰে।

লিখকৰ আনখন পুথি 'ইনট্ৰ'ডাকচন্ টু কমপাৰেটিভ্ ল' নামৰ পুথিখন উনৈশ শ আঠৈশষ্ঠী খৃষ্টাব্দত প্ৰকাশ পায়। অসম আৰু নাগালেণ্ড উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ শৰৎ কুমাৰ দত্তই পুথিখনৰ আগকথাত লিখিছে– "কমপাৰেটিভ্ ল' বেলেগ দেশ আৰু বিভিন্ন জন-গোষ্ঠীৰ পৰম্পৰাবোৰ পৰীক্ষা কৰাৰ বাবে আইনৰ এক নতুন অধ্যায়। বনুৱা সমস্যাবোৰ সকলো ঠাইতে একে যদিও ঔদ্যোগীককেন্দ্ৰী দেশ আৰু উন্নয়নকামী ৰাষ্ট্ৰবোৰ বৃহৎ ৰাষ্ট্ৰই আহৰণ কৰা অভিজ্ঞতাৰ পৰা বঞ্চিত হোৱাতো উচিত নহয়। কমপাৰেটিভ্ ল' অধ্যয়ণক বিলাততো যথেষ্ট উৎসাহিত কৰা হয়। ভাৰতবৰ্ষত ল' কমিচনেও দেশৰ মহাবিদ্যালয়সমূহত এই বিষয়ে ছাত্ৰসকলক জ্ঞান দিয়াৰ সপক্ষে মত প্ৰদান কৰিছে। কমপাৰেটিভ্ পদ্ধতি আৰু অধ্যয়ণে ছাত্ৰসকলক উপকৃত কৰিব আৰু আমাৰ দেশৰ আইনবোৰ সবল কৰিবলৈ জ্ঞান দিব। কমপাৰেটিভ ল' আইন বিষয়ৰ এক নতুন সংযোজনা। ভাৰতবৰ্ষতো সেইতো অনুৰূপ।পুথিখন প্ৰণয়ন কৰি ডম্বৰুধৰ পাঠকে এক মহান কাম কৰিলে আৰু বিশেষকৈ ছাত্ৰসকলক এই বিষয়টোৰ প্ৰতি আগ্ৰাহান্বিত কৰি তুলিছে।"

পুথিখন প্ৰকাশহৈ ওলোৱাৰ সময়লৈকে ভাৰতবৰ্ষৰ কোনো ঠাইতে কমপাৰেটিভ্ ল' বিষয়ৰ কোনো গ্ৰন্থ প্ৰকাশ হৈ ওলোৱা বুলি জনা নাযায়, গতিকে এই ক্ষেত্ৰত ডম্বৰুধৰ পাঠকেই ভাৰতবৰ্ষৰ ভিতৰতে প্ৰথম পদক্ষেপ দিয়ে। উক্ত পুথিখনৰো পঞ্চম সংস্কৰণ এতিয়ালৈকে চপা হৈ ওলাইছে আৰু পুথিখনে ভাৰতবৰ্ষৰ বহু ছাত্ৰ-ছাত্ৰীক উপকৃত কৰিছে।

উনৈশ শ আঠষষ্ঠী খৃষ্টাব্দত ডম্বৰুধৰ পাঠকে 'অসম আৰবান এৰিয়াচজ ৰেন্ট কন্ট্ৰোল এক্ট ১৯৬৬' পুথিখন ৰচনা কৰে। পঢ়ুৱৈ সমাজত পুথিখন সমাদৃত হোৱাত আৰু অসম ৰাজ্যখন পুনৰ গঠন কৰি বেলেগ বেলেগ ৰাজ্য হোৱাৰ পৰিপেক্ষিতত উনৈশ শ একানব্বৈ খৃষ্টাব্দত গ্ৰন্থকাৰে 'আৰবান এৰিয়া'চজ ৰেন্ট কন্ট্ৰল এক্ট অব্

আচাম, মেঘালয়, মিজোৰাম আৰু ত্ৰিপুৰা'' নামৰ পুথিখন প্ৰণয়ন কৰে। উক্ত পুথিখন ছাত্ৰ-ছাত্ৰী তথা অধিবক্তাসকলৰ মাজত যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে।

উনৈশ শ উনোসত্তৰ খৃষ্টাব্দৰ পহিলা মাহতে একে গৰাকী লিখকৰ 'এলিমেন্টচ্ অব এনচিয়েন্ট ল নামৰ পুথি এখন প্ৰকাশ পায়। মেইনৰ ওঠৰশ একষষ্ঠী খৃষ্টাব্দতে প্ৰকাশিত প্ৰখ্যাত 'এনচিয়েন্ট ল' নামৰ পুথিখনৰ আলমত উক্ত পুথিখন ৰচনা কৰা হৈছে। অৱশ্যে, উনৈশ শ পয়ত্ৰিশ খৃষ্টাব্দত প্ৰকাশিত ড' এ.এস ডায়মণ্ডৰ 'প্ৰিমিটিভ ল' নামৰ পুথিখনৰ পৰাও শেষ অধ্যায়ত কিছু অংশ সন্নিবিষ্ট কৰি সেই বিষয়ত কেনেদৰে, নতুনকৈ ৰিচাৰ্চ আৰম্ভ হৈছে তাৰ আলোচনাৰে পুথিখনৰ সৌষ্ঠৱ বঢ়োৱা হৈছে।

সেই বছৰৰ আগষ্ট মাহত একে গ্ৰন্থকাৰৰ 'ইনট্ৰ'ডাক্'চন টু প্ৰাইভেট ইন্টাৰনেচনেল ল' নামৰ পুথিখন প্ৰকাশ পায়। পুথিখন প্ৰকাশ কৰে গ্ৰন্থকাৰৰ জ্যেষ্ঠ সহোদৰ পবিত্ৰমোহন পাঠকে। পুথিখন আইন বিষয়ৰ ছাত্ৰ ছাত্ৰীৰ বাবে উপযোগী ।

উনৈশ শ বিয়াশী খৃষ্টাব্দত তেখেতৰ 'হেন্ড বুক অন্ ড্ৰাফটিং এণ্ড কনভেয়েনচিং' নামৰ পুথিখন প্ৰকাশ পায়। উক্ত পুথিখনে আইন বিষয়ৰ ছাত্ৰ-ছাত্ৰী,অধিবক্তা বুলিয়েই নহয় আনকি আন আন বৃত্তিধাৰী লোককো উপকৃত কৰিছে।

তাৰ উপৰিও ছাত্ৰ-ছাত্ৰীসকলৰ বাবে তেখেতে লিডিং কেচৰ বিষয়ে খৰচি মাৰি আলোচনা কৰি তিনিখন পুথি প্ৰণয়ন কৰে।

আইন বিষয়ৰ তত্ব গধুৰ পুথিৰ উপৰিও ডম্বৰুধৰ পাঠকে বহুতো কবিতা আৰু বিভিন্ন বিষয়ত প্ৰবন্ধ লিখিছে।

অসমীয়া বাতৰি কাকত কিম্বা আলোচনীত কম সংখ্যক কবিতা প্ৰকাশিত হৈছে যদিও তেখেতৰ বহুতো কবিতা উৰিয়া আৰু ইংৰাজী ভাষাত ভাঙনি হৈ প্ৰকাশ পাইছে। তেখেতৰ একমাত্ৰ কবিতাৰ পুথি 'ৰিচাৰেকচন্' ইংৰাজী ভাষাত অধ্যাপক অসিত কুমাৰে ভাঙনি কৰে আৰু উৰিষ্যা ৰাজ্যৰ বৰহমপুৰৰ শান্তিলতা পাধীয়ে উনৈশ শ পচাঁশী খৃষ্টাব্দৰ মে' মাহত প্ৰকাশ কৰে।

লক্ষ্মী নাৰায়ণ মহাপাত্ৰৰ দ্বাৰা সম্পাদিত পয়েট্ৰি টাইম নামৰ আলোচনীখনৰ দশম সংখ্যাত দেশী-বিদেশী ভালেমান কবিৰ কবিতাৰ ইংৰাজী ভাঙনি প্ৰকাশ কৰা হয়। অসমৰ প্ৰবীণ কবি নীলমনি ফুকনৰ কবিতা অসিত কুমাৰে ইংৰাজীলৈ ভাঙনি কৰি 'দ্যা প্লেইনটিভ্ ফুলফিলমেন্ট অব্ দোট্ ৰ'জী গ্লীম্' নামৰ কবিতাটি প্ৰকাশ কৰে। একেজন অনুবাদকে ডম্বৰুধৰ পাঠকৰ এটি কবিতা ইংৰাজী লৈ ভাঙনি কৰি 'ইন কুইনচ অব্ পাষ্ট' নামাকৰণেৰে সেই সংখ্যাত প্ৰকাশ কৰে।

পয়েট্ৰি টাইমচত পুথি সমালোচনাও কৰা হৈছে। কবি ডম্বৰুধৰ পাঠকৰ অসমীয়া কবিতাবোৰ ইংৰাজীলৈ ভাঙনি কৰা 'ৰিচাৰেকচন্' নামৰ পুথিখন প্ৰখ্যাত বিদেশী সমালোচক এ,ৰাচেলে সমালোচনা আগবঢ়াইছে। সমালোচনাটি পৰিশিষ্টত সন্নিবিষ্ট কৰা হৈছে।

উনৈচ শ অষ্টাশী খৃষ্টাব্দত নগাঁও ৰাস মহোৎসৱৰ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থত ডম্বৰুধৰ পাঠকে শ্ৰীমদ্ভগবদ্গীতা ধ্যান' নামৰ এটি তত্ব গধুৰ প্ৰবন্ধ লিখে। প্ৰৱন্ধতোত তেওঁ লিখিছে- 'যি গীতা সাক্ষাৎ ভগৱানৰ মুখপদ্মৰ পৰা নিঃসৃত হৈছে সেই গীতা উত্তম ৰূপে পাঠ কৰা কৰ্ত্তব্য। অন্য শাস্ত্ৰ আদি পাঠ কৰাৰ জানো প্ৰয়োজন আছে? গীতা হ'ল সৰ্ব্বশাস্ত্ৰময়ী। হৰি অৰ্থাৎ ভগৱান সৰ্বদেৱতা স্বৰূপ, গঙ্গা সকলো তীৰ্থময়ী আৰু গায়ত্ৰী মন্ত্ৰ সৰ্বদেৱময়। গ-কাৰ সংযুক্ত গীতা, গঙ্গা, গায়ত্ৰী আৰু গোবিন্দ যাৰ হৃদয়ত অৱস্থিত হয় তেওঁৰ আৰু পুনৰ জন্ম নহয়।

গীতা পৃথিবীৰ এক অন্যতম ধৰ্ম্মগ্ৰন্থ। গীতা সকলো নৰ-নাৰীয়ে জাতি-ধৰ্ম্ম-বৰ্ণ নিৰ্বিশেষে পাঠ কৰে। গীতাৰ মত সুললিত। সত্য আৰু অতুলনীয় তত্বপূৰ্ণ এনেকুৱা গদ্য গন্থ পৃথিবীৰ আন ভাষাত পোৱা বিৰল ....... ... ...।

......নিস্কাম কৰ্ম্মযোগেই গীতাৰ শ্ৰেষ্ট বাণী। অনাসক্ত ভাবে কৰ্ত্তব্য কৰ্ম্ম কৰিলে ক্ৰমে চিত্ত শুদ্ধি আৰু পিছত জ্ঞান লাভ হয়। গীতাৰ দ্বিতীয় অধ্যায়ত ডাঙি ধৰিছে গীতাৰ বক্তব্য কি হব তাৰ এটি থূলমূল আভাস।

উনৈশ শ বিয়ানব্বৈ খৃষ্টাব্দত ডম্বৰুধৰ পাঠকে 'আদি শঙ্কৰাচাৰ্য্যৰ ভজ গোবিন্দ' নামৰ পুথিখন প্ৰণয়ন কৰে। পুথিখনৰ আগকথাত গ্ৰন্থকাৰে লিখিছে-'......আদি শঙ্কৰাচাৰ্য্যৰ এই গীতৰ মহাত্মা অতি সূক্ষ্ম অথচ দাৰ্শনিক সাৰগৰ্ভ সম্বলিত। এই গীতৰ দ্বাৰা

শঙ্কৰাচাৰ্য্যই সংসাৰৰ অনিশ্চয়তা, অসাৰতা, দেখুৱাই গোবিন্দৰ নাম জপ কৰাই একমাত্ৰ কৰণীয় কৰ্ত্তব্য বুলি নিৰ্দ্দেশ দিছে। 'ভজ গোবিন্দ' গীতটোৰ ৰাজা গোপালাচাৰ্য্যৰ টিকা সমন্বিত সৰু কিতাপ এখন পঢ়িবলৈ পাই তাৰে অনুবাদ কৰিবলৈ মন গ'ল আৰু সেই ফলপ্ৰসূ প্ৰয়াসেই মূল সংস্কৃত পাঠৰ সৈতে এই অনুবাদৰ জন্মলগ্ন।

............শঙ্কৰাচাৰ্য্যই কম আয়ুসতে নানান বেদ-উপনিষদ আদিৰ ওপৰত বহুতো ভাষ্য প্ৰণয়ন কৰি ভাৰতীয় হিন্দু দৰ্শন চহকী কৰি থৈ যায়। যেতিয়া শঙ্কৰাচাৰ্য্যৰ জন্ম হয় সেই সময়ত বুদ্ধ ধৰ্ম্মৰ প্ৰভাৱ অপৰিসীম। হিন্দু ধৰ্ম্ম তেতিয়া লুপ্তপ্ৰায়। শঙ্কৰাচাৰ্য্যই তেওঁৰ অসীম নিষ্ঠা আৰু অধ্যাৱসায়ৰ দ্বাৰা হিন্দু ধৰ্ম পুনৰ সঞ্জীৱিত কৰে। শঙ্কৰাচাৰ্য্যই ৰোপন কৰা অদ্বৈতবাদ দৰ্শনে ভাৰতবৰ্ষত ভালকৈয়ে শিপা মেলে আৰু কালক্ৰমত এই দৰ্শনে ভাৰতীয় আধ্যাত্মিক জীৱনত অভূতপূৰ্ব প্ৰভাৱ বিস্তাৰ কৰে।

''ভজ গোবিন্দং ভজ গোবিন্দং

ভজ গোবিন্দং মূঢ়মতে।

সংপ্ৰাপ্তে সন্নিহিতে কালে

নাহি নাহি ৰক্ষতি ডুকৃঞকৰণে।''

- শঙ্কৰাচাৰ্য্য ।

# বিভিন্ন পদাধিকাৰ

কৰ্মযোগীৰ অৱসৰ নাথাকে। উৰিষ্যা ৰাজ্যৰ পৰা নিজ ৰাজ্যলৈ আহিয়েই, তিনি মাৰ্চ্চ, উনৈশ শ চিয়াশী খৃষ্টাব্দৰ পৰা ন্যায়াধীশ ডম্বৰুধৰ পাঠকে কেন্দ্ৰীয় প্ৰশাসনিক আদালতৰ উপাধ্যক্ষ পদত যোগদান কৰে। কেন্দ্ৰীয় প্ৰশাসনিক আদালতৰ গুৱাহাটী মাণ্ডলিক শাখাৰ তেখেত প্ৰথম উপাধ্যক্ষ। প্ৰশাসনিক আদালতে উত্তৰ-পূব ভাৰতবৰ্ষৰ সাতোখন ৰাজ্যৰ কেন্দ্ৰীয় কৰ্মচাৰীসকলৰ চাকৰি সংক্ৰান্ত অভিযোগসমূহ বিচাৰ কৰে। এইখন আদালতৰ প্ৰথম গৰাকী সদস্য হ'ল-শৈলেন্দ্ৰ প্ৰসাদ হাজৰিকা।তেখেত অসম আৰু মেঘালয় প্ৰদেশৰ ভাৰতীয় প্ৰশাসনিক সেৱাৰ প্ৰাক্তন বিষয়া। হাজৰিকাৰ কৰ্মময় জীৱনটো যদিও প্ৰশাসনিক অভিজ্ঞতাৰে পুষ্ট তথাপি কম সময়ৰ ভিতৰতে আইন সম্পৰ্কীয় খুটি নাটিবোৰ পঢ়ি শুনি আদালতৰ কাম-কাজত সহযোগ আগবঢ়ায়। এবছৰৰ পাছতে শৈলেন্দ্ৰ প্ৰসাদ হাজৰিকাই অৱসৰ গ্ৰহণ কৰাত কলিকতাৰ জে, এম, ৰয়ে সদস্য স্বৰূপে কাৰ্যভাৰ গ্ৰহণ কৰে। তেখেত দূৰ-সংযোগ বিভাগৰ উপ প্ৰধান পৰিচালক হিচাবে অৱসৰ গ্ৰহণ কৰি নতুন চাকৰিত ভৰ্ত্তি হয়।

কেন্দ্ৰীয় প্ৰশাসনিক আদালতত থকা সময়চোৱাত উত্তৰ-পূব ভাৰতৰ বাহিৰেও ন্যায়াধীশ পাঠকে ভাৰতবৰ্ষৰ আন আন ঠাইলৈ গৈয়ো বিচাৰ কৰিব লগীয়া হয়। উনৈশ শ সাতাশী খৃঃৰ ছয় আগষ্টৰ পৰা তেৰ আগষ্টলৈ তেখেতে আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জ, কলিকতাৰ প্ৰশাসনিক আদালতটো কেচবোৰ বিচাৰ কৰে।

আঠ আগষ্টৰ পুঁৱা কুৰুলীয়ে আৱৰা বঙ্গোপসাগৰৰ ওপৰেৰে উৰা মাৰি দুঘন্টা পাছতে পোৰ্ট-ব্লেয়াৰ পালেগৈ। সেইদিনাই দহটা ত্ৰিশত আদালত কক্ষত সোমাল। সদস্য হিচাপে সহযোগ কৰে কলিকতা প্ৰশাসনিক আদালতৰ সদস্য বি, মুখপাধ্যায়ে। ন আৰু দহ আগষ্টৰ ভিতৰত বহুতো বিচাৰ সমাপ্ত হয়।

আন্দামান আৰু নিকোৱৰ দ্বীপপুঞ্জৰ ৰূপ লাৱন্যত আপ্লুত হৈ ন্যায়াধীশ পাঠকে তেওঁৰ দিন-পঞ্জীত এটি সুন্দৰ টোকা লিখি থৈছে— "আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জৰ

ৰাজধানী হ'ল পোৰ্টব্লেয়াৰ। সৰু-বৰ প্ৰায় তিনিশমান দ্বীপ এক গোট কৰি এইটো এটা কেন্দ্ৰীয় শাসিত অঞ্চল। আকাশমাৰ্গৰ পৰা চালে দ্বীপসমূহক সাগৰৰ পানীত ভাঁহি থকা যেন লাগে। একো একোখন জাহাজহে যেন সাগৰত ভাঁহি আছে..............!

..............জন-জাতিসকলৰ ভিতৰত ছয়টা প্ৰজাতি আছে। তাৰে দুটা নিকোবৰিচ্ আৰু চমপেইন্ মঙ্গোলীয় জন-গোষ্ঠীৰ লোক। আন চাৰিটা হ'ল— অনঙ্গিচ্, গ্ৰেইট আন্দামানিচ্, চাৰোৱাচ আৰু চেন্টি-নেলিচসকল হ'ল— নেগ্ৰিচ জন-গোষ্ঠীৰ লোক। নিকোবৰী জন-গোষ্ঠীৰ বাহিৰে আনবোৰ আদিম আৰু সংখ্যাত বৰ তাকৰ । গ্ৰেইট আন্দামানিচসকল অতি ভয়ানক প্ৰকৃতিৰ লোক।

পোৰ্ট-ব্লেয়াৰৰ চেলুলাৰ কাৰাগাৰটো উল্লেখনীয়। বৃটিচসকলে মুক্তিযোদ্ধা আৰু যাবৎজীৱন কাৰাদণ্ড বিহা কয়দীসকলক তাত ৰাখিছিল।"

বাৰ আগষ্টত আন্দামানৰ পৰা উভটি তেখেতসকল কলিকতা পালেহি। সেই দিনাই কলিকতাতো বহুত মামলাৰ বিচাৰ কৰি ৰাতিৰ সাজ সহপাঠী ড° তাপস কুমাৰ বেনাৰ্জীৰ ঘৰত আহাৰ লৈ পিচদিনা আহি গুৱাহাটী পালেহি।

দিল্লীৰ মুখ্য প্ৰশাসনিক আদালততো ন্যায়াধীশ পাঠকে বহুতো বিচাৰ নিস্পত্তি কৰে।

উনৈশ শ সপ্তাশী খৃষ্টাব্দৰ বাৰ ডিচেম্বৰত অসমত পোন প্ৰথমবাৰৰ বাবে অনুষ্ঠিত হোৱা লোক-আদালতখন ন্যায়াধীশ পাঠকদেৱে হাজোত উদ্বোধন কৰে। উদ্বোধনী ভাষণত লোক-আদালতৰ তাৎপৰ্য্য আৰু উপকাৰীতাৰ বিষয়ে তেওঁ এটি তত্ব-গধুৰ ভাষণ দিয়ে। বহুতো ৰাইজৰ উপৰিও উকীলসকল, গুৱাহাটী উচ্চ-ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ আৰু তেওঁৰ সতীৰ্থসকল, অসমৰ আইন মন্ত্ৰী সুৰেন্দ্ৰ নাথ মেধীদেব উপস্থিত আছিল। সেইদিনা আদালতত ত্ৰিশটা বিভিন্ন গোচৰ চূড়ান্ত ভাবে সম্পন্ন কৰা হয়। তদুপৰি এষষ্ঠিটা মটৰ দূৰ্ঘটনাৰ ক্ষতিপূৰণৰ গোচৰ দুয়ো পক্ষৰে বক্তব্য শুনাৰ পিছত চূড়ান্তভাবে সম্পন্ন কৰা হয় আৰু সেই গোচৰবোৰৰ সন্দৰ্ভত ৮,৮৭,৫০০ টকা ক্ষতিপূৰণ হিচাবে দিবলৈ হুকুম প্ৰদান কৰে।

সেই সময়তে তেখেত উৰিষ্যা ৰাজ্যৰ উৎকল বিশ্ব-বিদ্যালয়ৰ স্নাতকোত্তৰ আইন

পৰীক্ষাৰ পৰীক্ষা বৰ্ডৰ অধ্যক্ষ নিৰ্বাচিত হয় আৰু ভুবনেশ্বৰ চহৰলৈ গৈ সুকলমে কামবোৰ সমাধা কৰে।

উনৈশ শ উনানব্বৈ খৃষ্টাব্দৰ পহিলা মাৰ্চ্চত তেওঁ কেন্দ্ৰীয় প্ৰশাসনিক আদালতৰ উপাধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

পুনৰ সেই বছৰৰ আঠ আগষ্টত ন্যায়াধীশ পাঠক অধ্যক্ষ নিৰ্ব্বাচিত হয়-মিজোৰাম চৰকাৰৰ এড'ভাইচাৰী বোৰ্ড অব্ মিজোৰাম, দ্যা নাৰক'টিক ড্ৰাগচ এণ্ড চাইক'ট্ৰপিক চাবষ্টেন্চ্ এক্ট'১৯৮৫ চনৰ অধীনত।

উনৈশ শ নব্বৈ খৃষ্টাব্দৰ মাৰ্চ মাহত তেখেত ভাৰতীয় ৰিজাৰ্ভ বেঙ্ক আৰু আন এক দাবীদাৰৰ মাজৰ আৰবিট্ৰেচন্ কেচৰ আম্পায়াৰ বাবে নিযুক্তি পায়। সেই বছৰৰ ডিচেম্বৰ মাহৰ বিশ তাৰিখত মামলাৰ মীমাংসা হৈ যায়।

উনৈশ শ একান্নব্বৈ খৃষ্টাব্দৰ জানুৱাৰী মাহত ন্যায়াধীশ পাঠকক গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য নিৰ্ব্বাচনৰ বাবে অধ্যক্ষ নিৰ্ব্বাচিত কৰে। আন দুগৰাকী সদস্য-ড° জ্যোতি মেধি আৰু দিল্লীৰ প্ৰফেচৰ ড' এচ্ জে.আৰ বিলগামী। ড' নিৰ্মল কুমাৰ চৌধুৰী গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য স্বৰূপে নিযুক্তি পায়।

পুনৰ উনৈশ শ পচান্নব্বৈ খৃষ্টাব্দৰ ন অক্টোবৰত গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কুলপতি নিৰ্ব্বাচনৰ বাবে ন্যায়াধীশ পাঠকক অধ্যক্ষ হিচাবে নিযুক্তি দিয়ে। সদস্যদ্বয় ড° পবিত্ৰ কুমাৰ চৌধুৰী আৰু ড° শৈলধৰ গগৈ। চিমলাত অৱস্থিত ইণ্ডিয়ান ইনচ্'টিটিউট অব্ এডভানঞ্চ ষ্টাডিচৰ সঞ্চালক ড' মৃণাল মিৰিক আচাৰ্য্যই নিযুক্তি দিয়ে যদিও বিশেষ অসুবিধাৰ বাবে তেখেত আহিব নোৱাৰাত পিচত ড'হীৰা লাল দুৱৰাক নিযুক্তি দিয়ে।

উনৈশ শ সাতানব্বৈ খৃষ্টাব্দৰ পৰা বিংশ শতিকাৰ শেষলৈকে ন্যায়াধীশ ডম্বৰুধৰ পাঠক ডিব্ৰুগড় বিশ্ব-বিদ্যালয়ৰ কৰ্টৰ মেম্বাৰ হয়।

ৰাষ্ট্ৰীয় নিৰাপত্তা আইনৰ এড্'ভাইচৰী বৰ্ডৰ তেখেত কেইবাবাৰো অধ্যক্ষ হয়-মেঘালয়, নাগালেণ্ড, মিজোৰাম, মনিপুৰ আৰু অসম ৰাজ্যৰ বাবে।

উনৈশ শ তিৰানব্বৈ খৃষ্টাব্দৰ তেৰ জানুৱাৰীৰ দিনা অসমৰ ৰাজ্যপালে এখন এজনীয়া তদন্ত সমিতি পাতে 'কমুনেল ইনচিডেন্চ্ দ্যাট অকাৰ ইন দ্যা ডিষ্ট্ৰিক অফ্

নগাঁও এণ্ড চাবডিভিজন অব ধুবুৰী এণ্ড বিলাসীপাৰা'ৰ বিক্ষিপ্ত ঘটনাৱাজি তদন্ত কৰাৰ বাবে।তদন্ত কৰি ন্যায়াধীশ পাঠকে উনৈশ শ পচান্নবৈ খৃষ্টাব্দৰ উনত্ৰিশ মে'ৰ দিনা প্ৰতিবেদন দাখিল কৰে।

অসম চৰকাৰে উনৈশ শ চৌৰানব্বৈ খৃষ্টাব্দৰ ত্ৰিশ মে'ত ৰাজ্যখনৰ পঞ্চম দৰ্মহা আযোগ গঠন কৰে। এই আয়োগৰো অধ্যক্ষ নিৰ্ব্বাচিত হয়-ন্যায়াধীশ পাঠক আৰু আন আন সদস্যসকল হ'ল-যতীন হাজৰীকা, পৰমেশ্বৰ শৰ্মা, মুখ্য সচিব-অসম চৰকাৰ, মেম্বৰ-চেক্ৰেটেৰী-কমিচনাৰ আৰু সচিব, বিত্তীয় বিভাগ। আয়োগৰ কাম চলি থকা অৱস্থাত পৰমেশ্বৰ শৰ্মাৰ পৰলোকপ্ৰাপ্তি ঘটাত ড° অতুল গোস্বামীক নিযুক্তি দিয়া হয়। কাৰ্য্যকালৰ মাজচোৱাত যতীন হাজৰিকাই অব্যাহতি বিচৰাত শৈলেন্দ্ৰ প্ৰসাদ হাজৰিকাক নিযুক্তি দিয়া হয়।

উক্ত আয়োগৰ কাম চলি থকা অৱস্থাত অসম ন্যায়িক সেৱাৰ বাবেও দৰমহা আয়োগ গঠিত কৰে আৰু একেখন আয়োগকে কামখিনি কৰাৰ দায়িত্ব দিয়ে। আয়োগে উনৈশ শ সাতান্নবৈ খৃষ্টাব্দৰ সাতাইশ জুনত দুয়োখন প্ৰতিবেদন দাখিল কৰে।

উনৈশ শ নিৰানব্বৈ খৃষ্টাব্দত পুনৰ এটা আৰ্-বিট্ৰেচন্ কেচৰ তেওঁ অধ্যক্ষ নিযুক্তি পায় আৰু দুহেজাৰ এক খৃষ্টাব্দলৈকে কেচতো বিচাৰধীনহৈ আছে।

জ্ঞানাদাভিৰাম বৰুৱা আইন মহাবিদ্যালয়ৰ তেখেত সভাপতি নিৰ্ব্বাচিতহৈ বৰ্ত্তমানলৈকে সুকলমে কাৰ্য্যভাৰ চম্ভালি আছে। আৰ্য্য বিদ্যাপীঠ মহাবিদ্যালয় আৰু সন্দিকৈ ছোৱালী মহাবিদ্যালৰো তেখেত গৰ্ভনিং বডিৰ সভাপতি আছিল।

# ঘৰুৱা জীৱন আৰু ব্যক্তিত্ব

বৰপেটা জিলাৰ নগাঁও অঞ্চলৰ ৰাজাবাৰীত জন্ম গ্ৰহণ কৰা ডম্বৰুধৰ পাঠকৰ শৈশৱ-কৈশোৰৰ সোণোৱালী দিনবোৰ পাৰ হৈ গ'ল-সোণোৱালী ধাননেৰে ভৰপূৰ পথাৰ, বোৱঁতী নৈ, দ'ল মেটেকাৰে পৰিপূৰ্ণ বিল, সাতবৰণীয়া ৰামধনুৰে শোভিত আকাশ আৰু বৈষ্ণৱ গুৰুসকলৰ ধৰ্ম, সংস্কৃতি, সাহিত্য চৰ্চা আৰু প্ৰচাৰৰ কেন্দ্ৰ বিন্দু হৈ পৰা সত্ৰ-সংস্কৃতিৰ মাজত।

জন্মক্ষণৰ পৰাই নাওখেলৰ গীত, আই নাম, বিয়া নাম, হৰি নামেৰে ৰজানজনাই থকা গীতৰ সুৰৰ মূৰ্চনাত ডাঙৰ-দীঘল হৈছিল- ডম্বৰুধৰ।

নিজ গৃহত বিদ্যায়তনিক আৰু সাংস্কৃতিক পৰিৱেশ সাঙোৰ খাই থকা বাবে হয়তো তেওঁৰ জীৱনৰ বিয়লি বেলাতোকে নানান শাস্ত্ৰ আৰু গীত-মাতৰ মাজত মগ্ন হৈ আছে। প্ৰতিদিনে ছয়-সাত ঘন্টা অধ্যয়ণ কৰাতো তেওঁৰ অভ্যাসত পৰিণত হৈ পৰিছে। তেখেতে দৈনিক চাৰে-চাৰিটা বজাত উঠি প্ৰাতঃভ্ৰমন কৰে। পাঁচ বজাত উভটি আহি চাহ এপিয়লা পিলৈ স্নান কৰি জা-জলপান খাই অধ্যয়ণত মগ্ন হয়। দহমান বজাত বাহিৰা কাম-বন কিম্বা কোনো আত্মীয়-স্বজনৰ খা-খবৰ ৰূৰৈগে। ঠিক এক বজাত আহাৰ গ্ৰহণ কৰে। আহাৰৰ পৰিমাণ কম। কিছু সময় আহৰি লৈ পুনৰ পঢ়া-শুনাত ব্যস্ত হৈ পৰে। আবেলি অভ্যাগতসকলক আদৰি আধা-ঘন্টামান খোজ কাঢ়ি সন্ধিয়া অনাতাঁৰ আৰু দূৰদৰ্শনৰ বাতৰি, গীত, নাটক আদি শুনি আঠ বজাত ৰাতিৰ আহাৰ গ্ৰহণ কৰি ন বজাত শেতেলিত পৰে। দৈনন্দিন জীৱনত সময়ৰ লৰচৰ কাৎচিতহে হয়। তেখেত এজন সুস্বাস্থ্যবান ব্যক্তি। ত্ৰিশ বছৰৰ আগতে এবাৰ তেওঁৰ মধুমেহ ৰোগ ধৰা পৰাত, স্বাস্থ্যৰ প্ৰতি তেওঁ ইমান যত্নপৰ হৈ পৰিল যে তাৰ পিছত সেই ৰোগে আৰু কেতিয়াও উক্ দিয়া নাই। স্বাস্থ্যৰ কিবা অলপ অসুবিধা হ'লেই লগে লগে তেওঁ চিকিৎসকৰ পৰামৰ্শ লৈ আখৰে আখৰে সেই পৰামৰ্শ মানি চলে।

ডম্বৰুধৰ পাঠক এগৰাকী বলিষ্ঠ মনৰ ব্যক্তি। কটন মহাবিদ্যালয়ৰ তৃতীয় বাৰ্ষিকত থাকোঁতে তেখেতে চেগা-চেৰেগাকৈ চুৰট হোপা আৰম্ভ কৰিলে। বিলাতত থকা কালছোৱাত তাৰ পৰিমাণ বৃদ্ধি হয়। শিক্ষকতা আৰু ওকালতি কৰা দিনত দৈনিক তিনি পেকেটকৈ চুৰট আৱশ্যক হৈ পৰে। পিছে, উনৈশ শ ছয়সত্তৰ খৃষ্টাব্দৰ দুই জুলাইৰ পৰা মনত সংকল্প লৈ চুৰট যি বাদ দিলে আজিকোপতি তাৰ আৱশ্যকতা অনুভৱ কৰা নাই। বিলাতত থকা সময়ত দুই এখন ভোজ-মেলাত সুৰাপান কৰে যদিও নিজ দেশলৈ ঘূৰি অহাৰ পাছত, সেই অভ্যাসো এৰি দিছে। পান-তামোল নোচোবায় যদিও কেতিয়াবা সুগন্ধি চোফাৰী বা লং দুই এটা মুখত দিয়ে।

প্রায়বোৰ ঘৰুৱা কথাতে তেওঁ চকু দিব খোজে যদিও সৰু সৰু কেতবোৰ কথাত সিমান লক্ষ্য নকৰিলেও বিশেষ ক্ষতি নহয়। সাধাৰণতে নিজাৰ মনৰ কথা কাকো ব্যক্ত নকৰে। কামবোৰ নীৰৱে কৰি যায়। প্রচাৰমুখী প্রৱণতা নাই। পোচাক-পাতিত সদায়ে প্রাশ্চত্য যদিও মনটো প্রাচ্য আদৰ্শৰে পৰিচালিত। তেখেতে সাধাৰণতে চুট-টাই পৰিধান কৰে যদিও উৎসৱ-পাৰ্ব্বণ, সত্ৰ আদিলৈ গ'লে ধুতি, পঞ্জাবী চেলেং চাদৰ লৈ ওলায়। সাধাৰণতে যি কোনো কথা নিজৰ মনতে ভাবি-চিন্তি এক সিদ্ধান্তত উপনীত হৈ লয়, কিবা সংকোচ বৈ গ'লে পৰিয়ালৰে দুই এজন কিম্বা বিশিষ্ট বন্ধু দুই এজনৰ লগত পৰামৰ্শ কৰিলেও নিজৰ সিদ্ধান্তৰ পৰা বিচলিত হবলৈ টান পায়। এই ক্ষেত্ৰত অতীতত নিজৰ কিছু ক্ষতিসাধন হ'লেও একো সংকোচবোধ কৰা দেখা পোৱা নাযায়।

ঘৰুৱা জীৱনত এটা কথা উল্লেখনীয় যে-তেখেতে পৰিয়ালৰ ধনী, দুখীয়া, সৰু-বৰ সকলোৰে খা-খবৰ ৰাখিব বিচাৰে। নিজে ইমান উচ্চ আসনত আৰোহণ কৰিও পেটে-ভাতে খাই থকা কোনো আত্মীয়ক নিজৰ বুলি পৰিচয় দিবলৈ পিছ হোঁহকা দেখা নাযায়। আৱশ্যক অনুসৰি সহায়ৰ হাতো আগবঢ়োৱা দেখা যায়। কোনো অচিনাকী ব্যক্তিয়েও কিবা কাৰণত তেখেতৰ পৰা কিছু পৰামৰ্শ বিচাৰিলে, ভাবি-গুনি সজ উপদেশ ব্যক্ত কৰে। ওচৰ-চুবুৰীয়াসকলৰ সৈতে সহযোগিতা কৰাৰ উপৰিও পৰাপক্ষত জাতি-ধৰ্ম্ম নিৰ্বিশেষে নিমন্ত্ৰণ ৰক্ষা কৰে। নিজৰ প্ৰতিপত্তি দেখুৱাবলৈ আজিৰ সমাজৰ কিছু মূধা-ফটা ব্যক্তিৰ দৰে ধনৰ অপচয় নকৰি মিতব্যয়িতাৰে চলি ভাল পায়।

চৰকাৰী চাকৰি কৰাতকৈ নিজৰ ভৰিত থিয় হৈ আত্ম-সংস্থান লোৱাতোহে তেওঁ অসমীয়া যুৱকক উপদেশ দিব বিচাৰে। তেখেতৰ পুত্ৰ মৃণাল আৰু প্ৰণৱৰ জীৱিকা হ'ল- ব্যৱসায়। কনিষ্ঠ পুত্ৰ ধ্ৰুৱজ্যোতিয়ে গুৱাহাটী উচ্চ-ন্যায়ালয়ত ওকালতি আৰম্ভ কৰিছে।

বৰপেটাৰ ভেল্লা মধ্য ইংৰাজী বিদ্যালয়ত ইংৰাজী বিষয়টোত শিক্ষাদান কৰা কৰুণা কান্ত শৰ্মা সম্বৰ্ধনা সমিতিৰ অনুৰোধত ভেল্লাত শিক্ষক দিৱস'৯৯ দিনা প্ৰকাশ হবলগীয়া স্মৰণিকাখনত পচানব্বৈ বছৰীয়া শৰ্মাদেৱৰ প্ৰাক্তন ছাত্ৰ ডম্বৰুধৰ পাঠকে তেওঁৰ প্ৰবন্ধত গুৰুজনাৰ কথা সোঁৱৰে— "প্ৰায় তিনিকুৰি বছৰ আগৰ কথা। মই তেতিয়া ভেল্লা মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰো। সেই সময়ত কৰুণাকান্ত শৰ্মাদেৱক আমি ইংৰাজী শিক্ষক হিচাবে পোৱাৰ সৌভাগ্য হৈছিল।

শৰ্মাদেৱৰ শিক্ষা পদ্ধতি ইমান ফলপ্ৰসূ আছিল যে— আমি ছাত্ৰ হিচাপে যথেষ্ট উপকৃত হৈছিলো। তেখেতে ছাত্ৰসকলক নিষ্ঠা আৰু সহজ-সৰলভাৱে পাঠদান কৰিছিল। সেই সময়ত আমাৰ এনেকুৱা লাগিছিল যে তেখেতৰ পাঠদান কৰাৰ বাহিৰে সংসাৰত যেন কোনো কাম নাই। ইংৰাজী শব্দবোৰৰ বানান, অৰ্থ আৰু সেইবোৰৰ প্ৰয়োগ এনেকুৱা সুন্দৰভাৱে বুজাই দিছিল যে এতিয়াও সেইবোৰ কথাই আমাৰ মানসপটত ৰেখাপাত কৰি থাকে, তেখেতে ইংৰাজী ব্যাকৰণৰ পাঠবোৰ আমাক এনেকুৱাকৈ পঢ়ুৱাইছিল যে মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হোৱাৰ পিছত আমি আৰু বিশেষভাৱে ইংৰাজী পঢ়িব লগা হোৱা নাছিল...................

ভেল্লা মধ্য ইংৰাজী বিদ্যালয়ৰ কথা আৰু শৰ্মাচাৰে আমাৰ বাবে লোৱা ঐকান্তিক যত্নৰ সোৱঁৰণিয়ে আজিও আমাৰ মনবোৰ সজীৱ কৰি সেই দিনবোৰলৈ টানি নিয়ে। সেই সময়ৰ শিক্ষকসকলৰ কৰ্তব্য-পৰায়ণতা, সুনিয়ম, নিষ্ঠা আৰু ছাত্ৰৰ বাবে কষ্ট স্বীকাৰ কৰাৰ গুণবোৰে আমাৰ কুমলীয়া মনবোৰত বাৰুকৈয়ে সাঁচ বহুৱাইছিল। ডাকৰ বচন আছে-পঢ়ে পঢ়ায় ৰোৱে পাণ, এই তিনি নিচিন্তে আন। আজিকালি এনেকুৱা গুণী আৰু কৃতী শিক্ষক পাবলৈ প্ৰায় বিৰল হৈ পৰিছে।"

সৰুৰে পৰাই ডম্বৰুধৰ পাঠক অনুসন্ধিৎসু প্ৰকৃতিৰ ব্যক্তি। উৰিষ্যা ৰাজ্যৰ মুখ্য-ন্যায়াধীশ হৈ থকা কালৰ ইমান ব্যস্ত সময়ৰ মাজতো তেওঁ দুই-তিনিটা জল-বিদ্যুৎ

প্ৰকল্প, ক'ৰকেল্লা তীখা কাৰখানা, পাৰাদ্বিপ বন্দৰ আদি কাৰিকৰী অনুষ্ঠানসমূহ পৰিদৰ্শন কৰি বিস্তৃত টোকাবোৰ তেওঁৰ দিন-পঞ্জীত লিপিৱদ্ধ কৰি থৈছে।

স্বাধীনতা আন্দোলনৰ সময়ত নগাঁও কাৰাগাৰত লগ পোৱা ভিন্টচেন্ট কাৰডোজাৰ লগত গৈ কেৰেলা ৰাজ্যত গুপ্তৱাস কৰাৰ সময়ত তেওঁ তামিল আৰু মালায়ালাম ভাষা শিকি পৰৱৰ্তী কালত ব্যৱসায়ত যথেষ্ট সুযোগ আৰু সুবিধা পালে। তেখেতে ইংৰাজী, হিন্দী, সংস্কৃত, বঙালী, উৰিয়া ভাষাও জানে। মেধাৱী গুণৰ বাবেই বাৰ-এট্-লৰ তিনিবছৰীয়া পাঠ্যক্ৰম মাত্ৰ ডেৰ বছৰত সম্পূৰ্ণ কৰি লণ্ডন বিশ্ব-বিদ্যালয়ৰ পৰা এল, এল, এম পাঠ্যক্ৰম সুখ্যাতিৰে উত্তীৰ্ণ হোৱা প্ৰথম গৰাকী উত্তৰ-পূৱ ভাৰতৰ ব্যক্তি হৈ পৰিল। ক'ম্পাৰেটিভ ল'ৰ বিষয়ত পুথি প্ৰণেতা প্ৰথমজন ভাৰতীয় হ'ল। উত্তৰ-পূৱ ভাৰতত প্ৰতিষ্ঠিত চেন্ট্ৰেল ট্ৰিবিউনেলৰ তেখেত প্ৰথমজন ভাইচ-চেয়াৰমেন। অসমৰ প্ৰথমখন লোক আদালত তেখেতে হাজোত উনৈশ শ সপ্তাশী খৃষ্টাব্দৰ বাৰ ডিচেম্বৰ তাৰিখে উন্মোচন কৰে। তদুপৰি বহুতো নতুন নতুন অনুষ্ঠানো গঢ় দিয়ে।

বহুদিনৰ পৰা মুক্তি যুঁজাৰু সন্মিলনে তেখেতক স্বাধীনতা সংগ্ৰামীস্বৰূপে বৰণ কৰিব খোজাত দেশৰ স্বাধীনতাৰ স্বৰ্ণ-জয়ন্তী উৎসৱত তেওঁ তাম্ৰ-পত্ৰ গ্ৰহণ কৰিলে যদিও পেঞ্চন আদি কোনো ধৰণৰ সা-সুবিধা লোৱাৰ পৰা বিৰত থাকিল। কাৰণ, দেশমাতৃৰ বাবে বলিদান দিয়া ত্যাগৰ তেওঁ একো মূল্য লব নোখোজে।

গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ আইন মহাবিদ্যালয়ত শিক্ষকতা কৰি থকা সময়ছোৱাত তেখেতে ওকালতিৰ উপৰিও অসম চৰকাৰৰ প্ৰথম ৰাজ্যিক আইন আয়োগৰ সদস্য-সচিবৰ পদ অলংকৃত কৰে। তেখেতৰ গুণমুগ্ধ ছাত্ৰসকলৰ ভিতৰত জন্মু আৰু কাশ্মীৰৰ মুখ্য ন্যায়াধীশ ড° ভাগৱতীপ্ৰসাদ ছাৰাফ, কলিকতা উচ্চ-ন্যায়ালয়ৰ প্ৰাক্তন ন্যায়াধীশ শিৱ প্ৰসাদ ৰাজখোৱা, গুৱাহাটী উচ্চ ন্যায়ালয়ৰ বৰ্তমানৰ ন্যায়াধীশ ধীৰেশ নাৰায়ণ চৌধুৰী, ন্যায়াধীশ প্ৰভাত চন্দ্ৰ ফুকনৰ নাম উল্লেখযোগ্য। তদুপৰি প্ৰশান্ত কুমাৰ গোস্বামীয়ে ভাৰতবৰ্ষৰ চলিচিয়েটৰ জেনেৰেলৰ পদো অলংকৃত কৰে।

ভাৰতবৰ্ষৰ স্বাধীনতাৰ স্বৰ্ণজয়ন্তী উৎসৱৰ সামৰণি পৰ্বৰ পটভূমিত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ 'এই মাহৰ অতিথি' অনুষ্ঠানত দেশ স্বাধীন হোৱাৰ পঞ্চাচ বছৰৰ পিছত আজি অসম তথা ভাৰতবৰ্ষত যি অৱস্থা বিৰাজমান তাত বাৰু আপুনি সুখীনে বুলি সোধা

এটি প্ৰশ্নৰ উত্তৰত ন্যায়াধীশ পাঠকে ক'লে— নাই, আমি মুঠেও সুখী নহয়। এনে স্বাধীনতাতো আমি বিচৰা নাছিলো। বৰ্তমান দেশখনত চলি থকা হিংস্ৰ পৰিৱেশে কেতিয়াও দেশত শান্তি আনিব নোৱাৰে। বিছিন্নতাবাদ আৰু একাংশ লোকৰ দ্বাৰা সংঘটিত হিংসাত্মক কাৰ্য্যৱলীৰ বাবে দেশৰ সংখ্যা গৰিষ্ঠ নাগৰিকে আতংকত ভুগিছে। মানৱ জীৱন কচুপাতৰ পানীৰ দৰে হৈ পৰিছে। কেউদিশ অশান্ত! ফলস্বৰূপে ক্ষতিগ্ৰস্ত হৈছে-উন্নয়নমূলক কাৰ্য্যকলাপ। অশান্তি জৰ্জৰিত দেশখনত অভূতপূৰ্বভাবে স্থবিৰ হৈ পৰিছে। এনে স্বাধীনতা আমাৰ একেবাৰেই কাম্য নাছিল। এই ক্ষেত্ৰত আমি হেনৰি ডে' মন্টাৰলান্টৰ কথা এফাঁকি সোঁৱৰাই দিব খুজিছো— 'জীৱনৰ পৰা যদি বুদ্ধিক বাদ দিয়া হয় তেন্তে জীৱনটো নিশ্চয় কিছু ক্ষতিগ্ৰস্ত হ'ব, কিন্তু মানুহৰ যদি কোনো প্ৰেমৰ পাত্ৰ নাথাকে তেন্তে জীৱনটোৱেই ধ্বংস হৈ যাব।'

নিজ দেশ, নিজ জাতিক অন্তৰৰ নিভৃত কোণৰ পৰা ভাল পোৱা বাবেই সাত সাগৰ তেৰ নৈ পাৰ হৈয়ো লণ্ডনৰ বিচিত্ৰময় হাইদ পাৰ্কত বক্তৃতা দিবলৈ তেওঁ বিষয় বাচি লৈছিল— জগত গুৰু শঙ্কৰদেৱ। লণ্ডনৰ আদালতত ওকালতি আৰম্ভ কৰিও আফ্ৰিকাত লোভনীয় চাকৰি পাইয়ো মাটিৰ গোন্ধে টানি আনিলে ডম্বৰুধৰক -ওপজা ঠাইলৈ।

দেশ-বিদেশৰ বিচিত্ৰ অভিজ্ঞতাৰেপুষ্ট ডম্বৰুধৰ পাঠক এতিয়াও অধ্যয়নৰত, চিন্তাশীল, সু স্বাস্থ্যৰ অধিকাৰী। এনে প্ৰতিভাশালী ব্যক্তিত্বৰ অধিকাৰী এইগৰাকী ব্যক্তিয়ে অসমৰ সামগ্ৰিক বিকাশৰ বাবে যি বৰঙনি আৰু ত্যাগ আগবঢ়ালে, সেইয়া অবিস্মৰণীয়। তেওঁৰ আদৰ্শ আৰু চিন্তাধাৰাৰে আগবাঢ়িলে ভৱিষ্যত প্ৰজন্ম নিশ্চয় উপকৃত হব!

# APPENDIX-I

BY WAY OF PRELIMINARY REMARKS BY JUSTICE D PATHAK AS CHAIRMAN SPOKE ON THE TOPIC "PROBLEMS OF COURT STRUCTURE AND PROCEDURE" IN THE THIRD INTERNATIONAL CONFERENCE OF APPELLATE JUDGES.

On 5th March 1984, the Conference of Appellate judges were held at Bigyan Bhawan, New Delhi, where I was one of the participants. The conference was attended by judges of different countries It was inaugurated by Smti.Indira Gandhi, Prime Minister of India The welcome address was given by the Chief Justice of India The Union Law Minister spoke few words. Mr.Justice P.N. Bhagavati gave the concluding remarks of the inaugural function.

After the inaugural function, Group discussion ensued. Discussion on various topics were made in four groups, namely, A, B, C, D. That day the discussions were held in committee Room Nos. C, D and also on C and D again

On 6th March 1984 discussions by Committee IV were held in Committee Room No. D-First Floor.

The topic was : *Problem of Court Structure and Procedure.*

Chairman : *Mr.Justice D.Pathak. Chief Justice, Orissa High Court.*

Co-Chairman : *Rt.Hon'ble Sir Harry Talbot Gibbs. C.M.G, K.B.E, Chief Justice, Australia.*

Papers were presented by Mr.Justice R.N. Misra, Judge,

Supreme Court of India on ``Plurality and Prolixity of Judgements.`` The other paper on ``The role of Judge in Contemporary Society`` by Mr Justice Giovanni E.Longo, Justice of the Supreme Court of Cassation, Italy Concluding remarks were made by the Supreme Court of Cassation, Italy Concluding remarks were made by the Co-Chairman.

I presided over the meeting in the morning

By way of preliminary remarks, I spoke as follows:-

``I have the great pleasure to welcome the Hon`ble delegate Judges and Jurists to this momentous conference It is really a happy occasion to have in our midst a galaxy of Judges and distinguished jurists for the Third Internationl Conference of Appellate Judges. The theme of the Conference is ``the Challenge of Social Justice`` and today`s topicis ``Problems of Court`s structure and procedure`` The theme of the Conference clearly reflects the ethos of the thinking people-mainly the legal fraternity who are engaged in search for truth and justice. The deliberations at the inaugural ceremony have set the tone and tenor of the theme highlighting the problems impinging the judicial administration posing as challenge of social justice. In his keynote address, Right Hon`ble Sir Harry Gibbs, RCMG, KBE, Chief Justice of Australia who happens to be the Co-Chairman today, enumerated some of the problems posing as challenge for social justice calling for urgency of the debate and deliberations to meet the challenge.

There are two papers to be presented today by two eminent Judges. Hon`ble Mr. Justice R.N.Misra, a Judge of the Supreme Court of India, is presenting a paper on ``The Growing Trend of Plurality and Prolixity of judgements at appellate stage`` and Hon`ble Mr. Justice Giovanni E Longa, Justice of the Supreme Court, Cessation, Italy on ``The Role of Judge in the Contemporary Society``.

The judicial system, particularly the administration of justice in all jurisdictions world over, calls for dispensation of justice to all sections of society. At the moment in our experience we have found that the judiciary is groaning by the backlogs of arrears of cases and also its anxiety and inability to deliver justice to a large number of people more particularly the poor, down-trodden, oppressed, in other words, a vulnerable section of the society. The deliberation in this conference is to find out ways and means so that the loaf of justice can be even-handedly catered to all sections of the society.

The oft-quoted saying ``Man is a social animal`` has more relevance in the present-day society than it was ever before The animal instincts of human beings are such that disputes, differences and dissensions in the human society are bound to occur. The phenomenal advances in science and technology have, as it is bound to be, brought in varied complexities in society in the behavioural pattern of man. The society is beset with a large number of problems. It is now the prime need of the society that the existing system of remedying these evils is either reorganised or a new system is evolved.

The Judges are to function within an organisation and that is what we call structure of courts. The structure undoubetedly varies from country to country. But perhaps what is common to all is the system of having trial courts and appellate courts. Thus essentially a two-tier system of courts fuction throughout the length and breadth of the world. To err is human. Therefore, the existence of a higher Tribunal to serve as the Court of correction is an absolute necessity. This also prevents whims and arbitrariness. The Court management is however a very difficult task. Besides the structural aspect, many other important considerations have their play in the field of administrations of justice, such as, effectiveness, human factors, process of change, communiction and leadership. The second aspect of the matter is the case-flow, i.e. the institution of various *lis*, the personnel who are placed in charge of delivery of

justice,maintenance of records.These factors are no doubt internal aspects in the realm of administration of justice which the judiciary would try to put in order.

Speedy trial,right to have a counsel,right of being heard and providing equal opportunities to all litigants,high or low,rich or poor, are also matters of great importance in the system of administration of justice

Our urgent attention is on two aspects,(1)delay in dispensation of justice and(2)to bring the mesage of justice to the poor,the illiterate,the oppressed who are bearing abuses and injustice like a rock without having their grievances redressed

Measures must be taken to prescribe procedures both on the civil and criminal sides to wipe out the backlog of arrears that have persented a real problem I feel that either the existing prescribed procedures do not effectively deal with the problem of arrears or that the personnel, I mean the presiding officers,and the counsel do not correctly follow the procedure.In either case,justice gets delayed and eventually the litigants are denied justice.Here comes the challenge of social justice

This conference has therefore to deliberate on ways and means so that the course of justice would have a smooth flow and the aspirations of the people all over the world who cry for a boon of justice are fulfilled.It has been the experience that even for petty expenditure though connected with the administration of justice,the Judiciary has to approach the State and for one reason or the other the proposal does not come through.This situation must end.The hands of the Judiciary should be given the power to create necessary posts and incur the expenditure needed in so far as it is necessary for administration of justice.This would be only consistent with the autonomy and the independence of Judiciary which I believe is enshrined in the Constitutions of all the countries of the world.An adjudicator of disputes,be it between the citizens themselves or be-

tween the powerful State and its citizens,in order that he is able to give his verdict fearlessly and impartially,should have all the facilities in discharging his functions and no pressure from any extraneous agency is exerted on him.Our goal of social justice to have any real content should,in my opinion,be reoriented in that fashion.

The richer section of the society though a smaller segment either due to their wealthy possessions or political pull have in majority of cases been able to secure benefits in their favour to the detriment of the poor,who form a major part of the population.This is a degrading situation which can no longar be tolerated.The ideals and ideas embodied in the Constitution, the aim of establishment of a welfare society,the much talked equality of law,equal protection of law run counter to the above situation.Tyranny and torture, dehumanisation,savagery and servitude are being thus practised as if they are permitted by law and are legitimate Social justice is therefore in peril.We have to open a new leaf in our social history. There must be a rethinking of this gigantic problem.

The Law Commission of India in para 2.2 of Chapter II of its 80th report has quoted the observations of a writer-

``In a free democrcy like ours, the principal function of the law is to protect the weak from the strong-whether the strong take the shape of the crown,feudal barons,iron-masters,multination corporation-or trade unions.Whenever such groups begin to whine about the unfairness of the law or the judges,that is a sure sign not that they are weak,but their power has grown to a point where the law must begin to control it -because in the interest of the community at large, they can no longer be trusted to exercise the necessary control themselves.``

In para 2,3 in the said Chapter,the Law comission observes, ``Nothing rankles more in the human heart than a brooding sense of injustice.Any feeling or consciousness of the incapacity of the Lawful agencies to afford relief for the wrongs and injustice,supposed

and real,takes people's thought to dangerous channel and drives them to seek recourse to methods which are other than legal and smack of a state of jungle or the rule of tooth and claw.``

After I gave my preliminary remarks,deliberations began.One of the Indian Judges wanted to speak,but I,as the Chairman,interfered and requested him to wait for some time allowing the foreign delegates to offer their views first.The Hon'ble Chief Justice of Nigeria took a lot of time.He was interrupted by another judge and he stopped.

Then one after the other participated.

The Chief Justice of Nigeria spoke that the papers read were good.Chief Justice of Ireland, UnitedKingdom, Bangladesh, Finland, Seoralion, Hongkong, Bechuana, V.D.R, Delhi High Court, Kerala High Court, Karnatak High Court etc participated.

Some favoured plurality and prolixity on the ground that it will be a literature for many and some spoke against it on the ground that it is unnecessary.Conclusion was that it should be avoided as far as practicable

Dr.Tope participating in the debate said that the Supreme Court of India has played an important and helpful role in declaring fundamental rights of the people and expected that the Supreme Court should go forward to indicate fundamental duties of the Government.

**APPENDIX-II.**

## A BRIEF GLIMPSE ON EARLY ASSAMESE AND ORIYA LITERATURE

-By D.Pathak

There is a striking similarity of efflorescence of great literature both in Assam and Orissa in the 13th, 14th and 15th centuries A.D. We are struck with pleasant surprise that many of the early Oriya literature broadly compare well with the contemporary works in Assamese. During that period many poets, writers, scholars like Ananta Kandali, Sridhara kandali, Ram Saraswati, Ramananda Dwija and others flourished in Ancient Assam. Through their literary works the gospel of *Bhakti* cult was spread. Their works in fact became known as *Eksarana* and *Bhakti* which was ushered in by mahapurush Sankaradeva and his companion Madhavadeva. During the same period Sarala Das, Boloram Das, Atibadi Jagannath Das flourished in Orissa and with the advent of Chaitanya in Orissa and the spread of vaishnavism, the literary works with religious fevour became more pronounced there

In the wake of Vaishnava movement the literature that sprang up was mostly translations and adaptations from the two epics-*Ramayana* and the *Mahabharata, Bhagavadgita, Bhagavata* and other Purans and also the *Gitagovinda* of Jayadeva.

During that period Assamese literature got Royal patronage from the King of Kamata, Durlabhanarayan who ruled at the end of the 13th century. Harivara Vipra, one of the Court peets of the King wrote in verse *Babrubahanar Yuddha* and *Lave-kusa* Yudha. Hem Saraswati, a contemporary of Harivara Vipra wrote Prahlad-Carita, Saraswati's *Hara-Gouri Sanvada* is a bigger work.

During the same period another centre of learning was in existence in what is now known as Nowgong District,under the patronage of Kachari Kings.Here with the encouragement of the Kachari King ,Mahamanikya(about 14th century A.D.),the greatest of the pre-Vaishnavite poets,Madhava Kandali,undertook the stupendous task of translating the whole of the Valmiki's Sanskrit epic,the *Ramayana* into Assamese version Madhava Kandali sang the life dedicated to the service of God and men through his Ramayana.Madhava Kandali was the Court-poet of king Mahamanikya and he was known as Kaviraj Kandali He was a great Sanskrit Scholar.Sankardeva who gave the greatest impetus to the cause of Assamese literature in the succeeding century,held Madhava Kandali in high esteem and was charmed with his graceful and moving rendering of the *Ramayana* exercised tremendous influence upon Sankardeva and his immediate successors.Its diction is-

*``Though deep yet clear;though gentle,yet not dull ;*

*strong without rage;without overflowing full``.*

It is worthy to note that of all modern Indian vernacular translation of the Valmiki Ramayana,Madhava Kandali's is the earliest,Hindi,Bengali and Oriya versions apeared about a century and a half later.Kandali's Ramayana was rendered in great literary style,beauty and popular taste.

It may be mentioned that even before the 13th century A.D.Kamrup was a great centre of Brahmanical learning.As recorded by the Chinese pilgrim,Yean Chang,in the 7th century A.D.,during the time of the Kamrupa king Bhaskaravarmana,``man of high talents visited the kingdom``(Watter.On Yuan Chang's Travel in India. 11).The biography of pilgrim records that a learned scholar from Kamrupa went to the Nalanda University to engage in a religious controversy with Buddhist scholars there(*Life of Yuang Chang*).It is believed that Kautilya,whose knowledge of

